# অৰ্পিতাৰ এৰাতি

দেৱব্ৰত দাস



মণি-মাণিক প্ৰকাশ ঃ পানবজাৰ ঃ গুৱাহাটী

ARPITAR ERATI (Assamese) A collection of short stories. Written by **Debabrata Das** and published by **P. K. Dutta**, M/s Mani Manik Prakash. Panbazar Guwahati—781001 Printed by **P. C. Das**, Mani Manik Press Guwahati.

Price Rs 7·00

প্ৰকাশক : শ্ৰীপঙ্কজ কুমাৰ দত্ত
মণি-মাণিক প্ৰকাশ
পাণ-বজাৰ, গুৱাহাটী-৭৮১০০১

প্ৰথম তাঙৰণ : নবেম্বৰ ১৯৮১



মুদ্ৰক : শ্ৰীপৰেশ চন্দ্ৰ দাস
মণি-মাণিক প্ৰেছ,
উজান-বজাৰ
গুৱাহাটী-৭৮১০০১

মূল্য ঃ সাত টকা

অজিত কুমাৰ দত্ত

অজয় কুমাৰ বুঢ়াগোহাঞি

চন্দন কুমাৰ বৰুৱা

ৰাজেন্দ্ৰ কলিতা

সৰোজিনী মহন্ত

আৰু

হেমন্ত কুমাৰ দাস

'অৰ্পিতাৰ এৰাতি'
মৰমেৰে
এই ছজন
মোৰ আপোনজনলৈ

সৰ্ব্বশ্ৰী

পঙ্কজ কুমাৰ দত্ত, নবীন বৰুৱা, অজিত কুমাৰ ভূঞা, মনোৰমা (হাজৰিকা) বৰুৱা, হৰভজন সিং, প্ৰণীতা দাস, দিলীপ কুমাৰ দাস, ঘন দত্ত আৰু অসীম কুমাৰ মেধিলৈ মোৰ সহৃদয় কৃতজ্ঞতা জনালোঁ।

—দেৱব্ৰত

# গল্পক্ৰম ॥

পৃষ্ঠাৰ সংকেত

# বেহুৰ বাহিৰলৈ অভিমন্যু

পৰিচয় ঃ

নমস্কাৰ। মোৰ নাম অভিমন্যু কোঁৱৰ; গ্রেজুৱেট, আৰু আন তিনিটা অসমীয়া গল্পৰ নায়কৰ দৰে ময়ো বেকাৰ ।

মোৰ মুখখনলৈ চাওক—অত্যন্ত সাধাৰণ মুখ এখন, নহয়নে? ৰাস্তাত যদি ভুলতে মই আপোনাক ঠেলা এটা মাৰি, অভ্যাসবশতঃ ছ'ৰি বুলি ততাতৈয়াকৈ আঁতৰি যাওঁ, সেইদিনা ৰাতি হাজাৰ চেষ্টা কৰিলেও আপুনি কেতিয়াও মোৰ মুখখন মনত পেলাব নোৱাৰে। এইখিনিতে মোৰ বাহাদুৰী—বা সুবিধা। যি কি নহওক, পৰিচয় পৰ্বটো শেষ কৰি লওঁ:

ঘৰত মা আছে, দেউতা নাই। চাৰি বছৰৰপৰা তেখেত সিপুৰীত। হাজাৰ জনৰ ভিতৰৰ দহজন অসমীয়াৰ দৰে, দেউতা অত্যন্ত চৰিত্রৱান আৰু সৎপুৰুষ আছিল বুলি আমি প্রমাণ পাইছোঁ। কাৰণ ছাপ্লাই বড়াবাবু হেন গুৰুত্বপূর্ণ চাকৰিত থাকোতেই তেওঁ যেতিয়া ঢুকাল, তাৰ মাত্র দুবছৰৰ পিছতেই তেওঁৰ সাঁচতীয়া ধন-সম্পত্তিও গোটেইখিনি ঢুকাল। সোঁৱৰণী ৰূপে বাচি ৰ'ল মাথো তেওঁৰ পৈত্রিক ঘৰটো, মা, মই, বাইদেউ আৰু ভাইটিটো।

ডিগ্রীটো পোৱা দুবছৰেই হল। তথাপি কিছুদিন আমি ভীষণ কষ্টতে কটাবলগীয়া হ'ল। এপিনে মোৰ চাকৰিৰ বাবে চেষ্টা (চিন্তা) আন পিনে বাইদেউৰ বিয়াৰ বাবে চিন্তা (চেষ্টা)। অনেক ঠাইত নিৰাশ হোৱাৰ পিছত, অশেষ মানসিক কষ্টৰ পিছত এদিন হঠাৎ আমি দুয়োটা চিন্তাকে জলাঞ্জলি দি, দুয়োটা চেষ্টাকে মূলতুবী ৰাখি যন্ত্রণাৰ পৰা মুক্তি লওঁ (?)। এনে সময়তে বাইদেৱে, কেনেকৈ

জানো পি, ইউ, পাছ নকৰা বিদ্যাৰেই মাৰোৱাৰী অফিচ এটাত সম্পূৰ্ণ একক চেষ্টাৰে কেৰাণী বাবত সোমাই ললে। এতিয়া ঘৰৰ আমি বাকী তিনি প্ৰাণী তাইৰেই পালিত জীৱ। তায়েই আমাৰ দণ্ড মুণ্ডৰ হৰ্তা কৰ্তা বিধাতা।

চাকৰী পোৱাৰ পিছত তাইৰ পাখী গজিল। এতিয়া এনেকুৱা অৱস্থা যে ৰাতি দুপৰৰ আগেয়ে ঘৰলৈ ওভতা তাইৰ বাবে এটা ব্যতিক্ৰম······

ঘটনা ঃ

বেছ কিছুদিন আগেয়ে এদিন গধূলি কানি মুনি পৰত আভিয়ে মুছলিম পট্টিৰ পৰা কোনেও নজনাকৈ পাতিহাঁহ এটা পাৰ কৰি ঘৰত ভোজ খোৱাৰ উপক্ৰমত ৰেললাইনৰ কাষৰ লুংলুঙীয়া বাটটোৰে চুচুক চামাককৈ গৈ থাকোতে অঘৰী ইৰাণী এজনীয়ে দেখিলে : তাই হাঁহটো কিনাৰ উদ্দেশ্যেৰে বদলিত তাক চুৰি এখন দেখুৱালে। কিঞ্চিত আন্ধাৰ তেতিয়া—চুৰীৰ ফালটো অস্পষ্ট পোহৰতো চিকমিকাই উঠিল। মুহূৰ্ততে হাঁহটো আৰু চুৰীখন হস্তান্তৰিত হল।

তেতিয়াৰ পৰা পকেটত চুৰীখনে হস্কিলে-মস্কিলে সদায় অভিমন্যুক সাহস যোগাই থাকে। অৱশ্যে তাৰ ভাগ্য ভাল, এতিয়ালৈকে সি চুৰীখন পকেটৰ পৰা বাহিৰলৈ উলিয়াবলগীয়া অৱস্থাত পৰা নাই।

অভিৰ আজি বেছ কিছু টকাৰ দৰ্কাৰ। সেয়ে সি আজি তাৰ কামলৈ ওলাইছে। ধৰা-বন্ধা চাকৰি নহয়—এটা অস্থায়ী প্ৰফেচন্। এটা দৈনিক কামৰ সুচলতা। যিদিনা কামলৈ যাবা– নগদ টকা পাবা—নহলে কামো নাই টকাও নাই, অত্যন্ত অসুবিধাত নপৰিলে পৰাপক্ষত সি এইটো কামলৈ নোলায়। এইবাৰো টকাৰ দৰ্কাৰ হওঁতে প্ৰথমতে সি বন্ধু বান্ধৱৰ পৰা ধাৰলৈ টকা যোগাৰ কৰাৰ চেষ্টা কৰিছিল। "মোৰ বাইদেউৰ ভীষণ অসুখ। টকা কেইটামান দে-না" অজুহাতটো নিচেই মিছা নহয়। বায়েকৰ সঁচাই অসুখ। বায়েকৰ গাত লেঠা। এতিয়াই কিবা এটা চয় নিচয় কৰিব নোৱাৰিলে, পিছলৈ তাইৰ ওলোৱা সোমোৱা অসম্ভৱ হ'ব। বায়েক ইমানদিনে অভিমন্যুৰ চকুত চালাক চতুৰ আছিল ; এতিয়া



তাইকো অপদাৰ্থ দেউতাকৰ দৰেই তাচ্ছিল্যৰ চকুৰে চায় সি।

হেৰৌ আজিৰ সৰু পৰিয়াল সুখী পৰিয়াল দিনত চৌৰাস্তাতে কিমান বস্তু পায় ; এনে দিনতো তই এনেখন বিপদ চপাই আনিব পাৰনে ? গোটে গোটে মাৰোৱাৰী পাঞ্জাবীৰ লগতে চৰিছিলি /ভাল কৰিছিলি ; সেইবুলি এনেকৈ লাগবান্ধ নোহোৱাকৈ······ভাল বুৰ্বক এজনীক মই বাইদেউ পালোঁ।

আৰু তুমি মা—? বিধি, বিধাতা, ভাগ্য ভগবান এইবিলাকত বিশ্বাস কৰিয়েইচোন কষ্টটো শান্তিত দিন কটাই আছিলা ? নিজে আধাপেটী থাকি আমালৈ শুদা ভাতৰ থালি কেইখন ঠেলি দিবলগীয়া অৱস্থাতোচোন সগৰ্বে কান্দিছিলা এইবুলি—"ভগৱৎ বস্তুৰে কষ্ট দিছে যেতিয়া আৰু কৰিবলগীয়া কি আছে—কষ্ট খাবই লাগিব।" যেন দুখ-কষ্ট-বেদনা এইবোৰ ভগবানৰ চৰণ অমৃতহে। এতিয়া মই তোমাক কি সুধিব খোজো শুনা—এতিয়া বাইদেউৰ ভিতৰৰ পৰা যিটো প্ৰলয় বাহিৰলৈ ওলাবলৈ খুজিছে সেয়াও তো ভগৱত দত্ত—সেইটোওচোন ভগবানৰে দান। তাক এতিয়া তুমি ঈশ্বৰৰ সন্তান বুলি গ্ৰহণ কৰিবলৈ টান পাইছা কেলেই ? কেলেই তুমি সকলো কাম শেষ কৰি দিবলৈ গাত লোৱা বদমাচ ডাক্তৰটোৰ ফিজ পাঁচশ টকা বিচাৰি হাবাথুৰি খাইছা ? আনকি নিজ পুত্ৰৰ ভৰিত ধৰিবলৈকো বাদ দিয়া নাই ?

এই টকা পাঁচশৰ টাৰ্গেট লৈ, অভিমন্যু আজি ঘৰৰ পৰা ওলাই আহিছে কামলৈ। এতিয়া তাক উৰ্বশী হলৰ সন্মুখত দেখা গল। দুয়োখন হাত জেপত, পিত্ পিত্কৈ সি সন্ধানী দৃষ্টিৰে সমুখৰ মানুহবোৰৰ ভাৱভঙ্গী খুচৰি আছে একে দৃষ্টি আন বহুতো মানুহৰ চকুত—আন উদেশ্যেৰে। এওঁলোকে ব্লেকত টিকত বেচা মানুহ বিচাৰি ফুৰিছে। নতুন ছবি, ভীষণ ভীৰ।

অলপ পিছতে দেখা গল, অভিমন্যুৱে দুজন থুলন্তৰ মানুহৰ পিছে পিছে গোল চিৰি কেইখন বগাই, খাকী কাপোৰ পৰিহিত অদৰ্কাৰী দাৰোৱানটোক অতিক্ৰম কৰি হলৰ ভিতৰ সোমাল। তাৰ অগ্ৰগামী দুজনে অলপ আগেয়ে দুখন দুটকা সত্তৰৰ টিকেট দহটকাৰে কিনিছে এক সন্দেহজনক ব্যক্তিৰ পৰা ছিল্কৰ কুৰ্তা পৰিহিতজনে মানিবেগটো সোফালৰ ওলমা পকেটত থোৱা সি লক্ষ্য

কৰিছে। দুয়োজনে এতিয়া কথাবাৰ্তাত মছগুল হৈ পপুলাৰ ক্লাছৰ দুৱাৰখনলৈ খোজ লৈছে। ছিল্কৰ কুৰ্তা সোঁফালে। কামটো তেনেই সহজ হৈ পৰিছে। এতিয়া অলপ বাঁয়া হাথ কা খেল দেখুৱাব লাগিব। চিনেমা আৰম্ভ হওঁ হওঁ; সেয়ে গেটৰ সমুখত এটা সৰু সুৰা ভীৰ। কামটো অভিৰ বাবে আৰু উজু হৈ গল।

অলপ পিছত সি ভীৰটো, পপুলাৰ ক্লাছৰ দুৱাৰখন, থুলন্তৰ মাৰোৱাৰী দুজন সকলোকে পিছ পেলাই উৰ্বশীৰ জেণ্টচ টয়লে'-টটোৰ পিনে খোজ ললে। তাৰ আগেয়েই তাৰ 'বহনি' হৈ গল— দিনটোৰ কামৰ প্ৰথম উপাৰ্জন। মানুহ দুজনৰ কাষেৰে ভীষণ জোৰেৰে খোজ কাঢ়ি পাৰ হৈ যোৱাৰ সময়তে মানি বেগটো তাৰ হস্তগত হৈ গ'ল। মানি বেগটো টয়লে'টত ফ্লাচ্ কৰি উটুৱাই দি নোটৰ বাণ্ডিলটো সি পেণ্টৰ চোৰ পকেটত ভৰালে। বাহিৰ পকেটত থপৰিয়াই চুৰীখন ঠিক ঠাইত আছে নে নাই এবাৰ চালে। তাৰ পিছত ওঠলৈ এটা সুহৰী আৰু খোজলৈ এটা স্বচ্ছন্দতা আনি ইষৎসন্দিগ্ধ মনেৰে সি উৰ্বশীৰ পৰা বাহিৰলৈ ওলাই আহিল।

চোৰ পকেটৰ টকাৰ বাণ্ডিলটোৰ পৰাই সি বুজি পালে আৰু তিনিবাৰ মান চেষ্টা কৰিলেই পাঁচশ টকা পূৰা কৰিব পৰা যাব। পাঁচশ টকা উপাৰ্জ্জন আৰু বায়েক ছন্দাৰ প্ৰদৰ্শন যোগ্য সুস্বাস্থ্য লৈ প্ৰত্যাৱৰ্তন অত্যন্ত আৱশ্যকীয়। ছন্দাৰ চাকৰিটোৱেই সিহঁতৰ 'বেয়াৰ মিনিমাম' থিনি চাউল-পাত, কাপোৰ কানি বা ঘৰটোৰ খাজানা থিনি যোগাই আছে। এতিয়া তায়েই যদি মুখ উলিয়াব নোৱাৰা অৱস্থাত পৰে তেনেহলে সিহঁতৰ পানীত হাঁহ নচৰা অৱস্থা হব। গতিকে তাইৰ গাৰ লেঠাটো নিকা কৰিবলৈ ব্লেকমেইলাৰ ডাক্তৰটোৰ মুখবন্ধ পাঁচশ টকা আজি সি উপাৰ্জ্জন কৰিবই। দিনটো তাৰ বাবে লাকী নেকি? প্ৰথম চেষ্টাটো চোন নিৰ্বিঘ্নে সফল হ'ল। সি এতিয়া মূল বজাৰৰ পিনে খোজ ললে।

ৰাতি চাৰে আঠ। চিনেমাৰ পৰা ওভোতা মানুহবোৰৰে বোজাই চিটিবাছখন শিলপুখুৰী ষ্টেণ্ডত ৰ'লহি। সন্তৰ্পণে অভিমন্যু পিছৰ দুৱাৰখনেদি নামি পৰিল। এতিয়ালৈকে তাৰ শেষ চিকাৰ ছিটিবাছ-যাত্ৰী মানুহজনে গম পোৱা নাই যে তেওঁৰ পকেট মৰা গৈছে।



সি শ্মশানৰ ৰাস্টাটোৰ পিনে বেগাই খোজ ললে। তাৰ পৰা কোনফালেদি ঘৰলৈ যাব এতিয়াও সি ঠিক কৰা নাই। কাৰণ এতিয়া সি আন এটা তৎকালীন সমস্যাৰ মুখা-মুখি। বাছত এজন মানুহে পানবজাৰৰে পৰা তাক লক্ষ্য কৰি আহিছে। মানুহজনে তাৰ কামটো দেখিলেই নেকি? সি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে— 'হে ভগবান, এই মুহূৰ্তত মোক ধৰা পেলাই নিদিবা। দিনৰ দুই বজাৰ পৰা টলৌ টলৌকৈ ঘূৰি ভৰি দুখন তেনেই অৱশ—এনে অৱস্থাত দৌৰিবলৈ মোৰ অকণো ক্ষমতা বাকী নাই।

তাৰ শ্ৰবণ শক্তিয়ে এনেতে অনতিদূৰত এটা চিঞৰ ধৰা পেলালে— পকেটমাৰ! পকেটমাৰ!! ঘূৰি চাই দেখিলে অভিমন্যুৰে-বাচখনে তেতিয়াও ষ্টেণ্ড এৰা নাই। বৰং পেছেঞ্জাৰবোৰহে হুৰহুৰাই নামি আহিছে। সি তৎক্ষণাত বুজি পালে ঘটনাৰ গুৰুত্ব। ষষ্ঠ ইন্দ্ৰিয়ই তাক লৰৰি পলাবলৈ বাধ্য কৰালে। তাৰ পিছে পিছে বাছৰ যাত্ৰীগণ আৰু বজাৰৰ খুচুৰা আগ্ৰহী দৰ্শক। অলপ পিছতে এটা আদিম শাস্তিদানৰ ঘটনা পুনৰ অনুষ্ঠিত হ'ব। এণ্টিচিপেচনত সকলোৰে সত্বাত উত্তেজনা, মুখত চিঞৰ—"ধৰ! ধৰ!" "মাৰ! মাৰ!!" "পকেটমাৰ। পকেটমাৰ।"

এনেকৈয়ে পৃথিৱীত ঘটনাক্ৰম চলি থাকে। অভাৱৰ তাড়নাত যুগ যুগ ধৰি এলেহৱা মানুহ কিছুমানে সস্তাতে সুচলতা কিনিবলৈ সহজতে প্ৰথম দুটা প্ৰাচীনতম ব্যৱসায়ত নামি পৰে। দি ওল্দেষ্ট্ প্ৰফেছনছ!! এওঁলোকৰ শেষ পৰিণতিও সদায়েই একে। দুৰ্লংঘ্য নিস্ফলতা। ঘটনাৰ পিছত ঘটনাই সদায়েই এনে একো একোখন ব্যক্তিগত নাটকক শেষতম কৰুণ অঙ্কটোলৈ টানি নিয়ে, ঠিক যেন পূৰ্ব পৰিকল্পিত এক গ্ৰীক ট্ৰেজেডীৰ ধাপে ধাপে ক্লাইমেক্চত আৰোহণ।

সমান্তৰাল ভাৱে এয়া অভিমন্যুৰ গল্পও শেষ ধাপত। সহজে অনুমেয়, এতিয়া অভিমন্যু, শাৰীৰিক ভাৱে নিশ্চল, দৌৰিবলৈ আৰু তিলমানো শক্তি অৱশিষ্ট নাই। অব্যৰ্থভাৱে সি এতিয়া ৰাজহুৱা মাৰৰ চিকাৰ হোৱা উচিত। এনেকৈয়ে হোৱা উচিত এই গল্পৰ শেষ, অসহজ অথচ অমোঘ পৰিণতি। কিন্তু দিঠকত এনে নঘটিল— ঘটিল এক দুৰ্ঘটনা, অপৰিকল্পিত এটা অঘটন, এক অকল্পিত আশ্চৰ্য্য।

দুৰ্ঘটনা ঃ

চাল্লা এনেকুৱা সময়তহে ধৰা পৰিব পাওঁনে ? গোটেই দিনটো ভালে ভালে গ'ল। এতিয়া ঘৰলৈ ওভতাৰ বাটত এইখন হ'ল। ইয়াকে কয় দুৰ্ভাগ্য। ধৰা পৰিলে টকা চাৰে পাঁচশ গ'ল যে গলেই ভাগ্যত পুলিচ লকাপত বাস্নিবাসতো আছেই—তাৰ আগেয়ে ইহঁতৰ হাতত মোৰ হাড় মূৰ গোটেইখিনি নাভাঙিলে হৈছে। ইপিনে এতিয়া দৌৰিবও নোৱাৰা হৈ আহিছোঁ। কি কৰা যায় !

মানুহবোৰে তাক প্ৰায় ধৰি পেলালে। সিহঁতৰ মাজত ব্যৱধান নামমাত্ৰ। হঠাৎ অভিমন্যুৰ ভীষণ খং উঠি গ'ল—সি বাৰু কেলেই পলাইছে, কাৰ পৰা পলাইছে ? কি দৰ্কাৰ পলোৱাৰ ? তাক যে খেদি আহিছে এইমখা মানুহে—ইহঁত সকলোৱেই সম্পূৰ্ণ সৎ চৰিত্ৰবান একো একোজন মহাত্মা গান্ধী জানো ? ইহঁত সকলোৰে আলমিৰাত একো একোটা স্কে'লিটন নাইনে ছাগে'। সি উভতি ফেপেৰি পাতি ধৰিলে, সৎসাহসেৰে তাক বাধা দিবলৈ, বুকু ফিন্দাই তাৰ সমুখীন হ'বলৈ ইহঁতৰ মাজত এজনো এনে মানুহ আছেনে ছাগে, যাৰ বিবেকত, যাৰ চৰিত্ৰত আজিৰ ক্ষমাহীন যুগে অন্যায়ৰ এজালো আঁচ টানিব পৰা নাই ?

"সেইজনে শিলগুটি দলিয়াবা, যিজনে এতিয়ালৈকে কোনো পাপ কৰা নাই।"

অলপ পিছতে সি পলাবলৈ বাদ দি উন্মত্ত জনতাৰ পিনে ঘূৰি সদৰ্পে থিয় দিলে। তাৰ চকুত জ্বলন্ত প্ৰতিহিংসা, মুখত কঠিন চেলেঞ্জ। সকলোৱে তাৰ কাণ্ড দেখি অবাক হৈ গল। পিছ মুহূৰ্ততে তাৰ হাতত এতিয়ালৈকে পকেটৰ পৰা বাহিৰ নোলোৱা চুৰীখনে জোনৰ পোহৰত চিকমিকাই উঠিল।

তাৰ চকু আৰু চুৰীত একেই চিকমিকনি দেখি তাক খেদি যোৱা জনতা এতিয়া সঁচাকৈয়ে কিংকৰ্তব্য বিমূঢ় হৈ পৰিল।

০ ০ ০

# অসম্পূৰ্ণজনৰ গল্প

প্ৰথমটো গল্পৰ টুকুৰা ঃ

ল'ৰাজাক লাঠুৱা। আইতাক-মাকহঁতৰ কথা মুঠেই নুশুনে। ভৰ দুপৰীয়া যেতিয়া পাকঘৰৰ কামৰ পৰা আজৰি হৈ শুবলৈ লব সকলোৱে, তেতিয়া ল'ৰাজাক আলিবাটলৈ ওলাই যাব। দুপৰীয়াৰ আলিবাট, যান-বাহনৰ আহযাহ কম। আলিবাটেই সিহঁতৰ খেলৰ পথাৰ। লুকাভাকু, বুঢ়ীচোৱা, চোৰ পুলিচ ; তাৰ মাজে মাজে আৰ ঘৰৰ আতলচ, তাৰ ঘৰৰ মধুৰীআম—সকলো আলচ আলিবাটতেই। চুবুৰীৰ দেউতাক খুৰাকহঁত তেতিয়া অফিচত, ককাইদেউ বাইদেউহঁত স্কুল-কলেজত। এনে সময়ত নিজম চুবুৰিটোত মনে মনে ৰজনজনায় সৰু সৰু 'বিহগুটি' কেইটাৰ মিলিত কুৰুলি। ওচৰে পাজৰে কেনিও মুকলি ঠাই নাই, ঘনবসতি চুবৰিটোত এখন খেল-পথাৰ নাই। চহৰৰ দুৰ্ভগীয়া ল'ৰা-ছোৱালী জাকৰ শৈশৱে জীপ পাই ঠন ধৰি উঠে, এনেকৈয়ে আলিবাটত—দুপৰীয়াৰ অবাধ স্বাধীনতাত। কঠিন চহৰৰ শিল বালিময় ফাপৰে ধৰা ৰাস্তাটোৱে মাকৰ দৰে মৰমেৰে শিশুকেইটাক কেঘণ্টা মানৰ বাবে হলেও প্ৰাণখুলি ফূৰ্তি তামাছা বিলায়।

এনে অবিৰাম আনন্দৰ কল্লোলত মাজে মাজে অসুৰৰ আৱিৰ্ভাৱ হয়। বিটৰ পুলিচটো। ৰঙা পাগুৰী মৰা গুফিয়াল হাৱালদাৰটো। ভৰিত গধুৰ জোতা, আঠুলৈকে মোজা, বিৰাট পেটটোৰ ওপৰেৰে দগধা বেল্ট এডালে কোনোমতে ধৰি ৰাখিছে লম্বা হাফপেণ্টটো। পকেটত হুইছেল, হাতত লাঠি। তাক দেখিলেই ল'ৰা ছোৱালীকেইটা পলাই পত্ৰং। দুই ছেকেণ্ডত আলিবাট খালী। দুপৰীয়াটোত আকৌ নীৰৱতা। এনে মৰাশ ৰাজ্যত গেৰেপ গেৰেপ শব্দেৰে শাসন কৰি হাৱালদাৰটোৰ খোজবোৰ পাৰ হৈ যায় লাহে লাহে। প্ৰৱল শক্তিমান (?) মদগৰ্ব্বী হাৱালদাৰটোৰ ভ্ৰূক্ষেপহীন পদশব্দ। পোৱালী-

গোৱালী ল'ৰাছোৱালীকেইটাৰ পুলিচলৈ ভীষণ ভয়। এতিয়াও সিহঁতক, সৌ সিদিনালৈকে ভয় খুৱাবলৈ হ'লে সিহঁতৰ আব্দাৰ-পেনপেননি বন্ধ কৰিবলৈ, মা-পেহীহঁতৰ হাতত মাথোঁ একেপাতেই পাশুপাত-“আমনি কৰি নেথাকিবি। পুলিচটোক মাতি আনি ধৰাই দিম ৰ।” বেছিদিন হোৱা নাই এদিনাখন কি হ'ল—নামমাত্ৰ কাৰণতে মাধৱচোৰক ঘৰৰ পৰা ৰাস্তালৈ চোচৰাই আনি সেই হাৱালদাৰটোৱে যিটোহে ‘ধোলাই’ দিলে। সিহঁত সকলোৱে দেখিছে, মাধৱে কাকুতি-মিনতি কৰিও পাৰ নেপালে। তেতিয়াৰ পৰা গুফীয়া লাল পাগুৰীটো চুবুৰীৰ শিশু ৰাজ্যত সঁচাসচি অসুৰ বুলি প্ৰমাণিত হ'ল।

বাপ্চুৱে আজিকালি দুপৰীয়া দুপৰীয়া ৰাস্তাত খেলিবলৈ যাব নোৱাৰে। কেইমাহমান হ'ল সি প্ৰাইমাৰী স্কুলখনলৈ অহাযোৱা আৰম্ভ কৰিছে। এদিন শৰ্মাচাৰে সিহঁতৰ ক্লাচত সুধিলে-“তহঁত ডাঙৰ হলে কোন কি কি হবি কচোন?’

বাপ্চুৰ পাল পৰিলত সি ক'লে, “চাৰ–মই পুলিচ হাৱালদাৰ হম।”

দ্বিতীয়টো গল্পৰ টুকুৰা ঃ

ছোৱালীজনীক মই আগেয়েও চহৰৰ অ'ত ত'ত দেখিছো, মোটামুটি ধুনীয়া মুখেখনেৰে, লাহীকৈ ছোৱালীজনীৰ অৱয়বত এক ধৰণৰ চুম্বক উজ্জলতা বিচাৰি পাওঁ---এনেকুৱা এেকা একোজন থাকে যাৰ নাম-মাত্ৰ উপস্থিতিয়ে তৎক্ষণাৎ বাতাবৰণলৈ নমাই আনিব পাৰে কৃতজ্ঞ সন্তুষ্টিৰ অন্ত:সলিলা---এই ছোৱালীজনীও ঠিক তেনে এক চৰিত্ৰ। অলপ আগেয়ে কোঠাটোত তাইৰ আৰ্বিভাৱৰ লগে লগে ষষ্ঠ ইন্দ্ৰিয়ই মোক সঁকিয়াই দিলে এই বুলি--“আজি সত্যেশ। আজিয়েই সেই মহত্তম দিন। আজিয়েই তোমাৰ জীৱনৰ আটাইতকৈ তাৎপৰ্য্যপূৰ্ণ ঘটনাটো ঘটিব ধৰিছে। তাৰ সন্মুখীন হবলৈ তুমি এতিয়াই সাজু হৈ লোৱা সত্যেশ।”

মই উদগ্ৰীৱতাৰে লক্ষ্য কৰি গলোঁ---তম্বী ছোৱালীজনীয়ে মূৰ দোৱাই বঙালী সাহিত্যিকজনক নমস্কাৰ জনালে, ফিচ্ফিচাই কিবা ক'লে, এখন সৰুকৈ বহী আগবঢ়াই দিলে, বোধহয় অটোগ্ৰাফৰ বহী। ৰবীন্দ্ৰ জয়ন্তী উপলক্ষে বঙালী স্কুলখনে চহৰলৈ আমন্ত্ৰণ জনোৱা নাতি-বৃদ্ধ অথচ বিখ্যাত কবি-সাহিত্যিকজনৰ সৈতে অনুৰাগী সত্যেশৰ



আগৰে পৰা পত্ৰালাপ চলি আছিল। মুখামুখিকৈ ভালকৈ চিনাকি হ'বলৈ কবি-সাহিত্যিকজনৰ আগ্ৰহতে সত্যেশে আজিৰ এই ঘৰুৱা বৈঠকত যোগ দিছেহি। কোঠাৰ এচুকত সি বহি থকা ঠাইৰ পৰা দেখিলে, বঙালী সাহিত্যিকজনে অটোগ্ৰাফৰ বহীত আচোৰ টানি টানি ছোৱালী-জনীৰ সৈতে বাৰ্ত্তালাপ চলাই আছে।

হঠাতে সাহিত্যিকজনৰ স্বৰ উচ্চগ্ৰামলৈ উঠিল, “কি চাবজেক্ট বল্লে ---ফিজিক্চ? কি আশ্চৰ্য্য দেখো—আজকাল দেখ্ছি বিজ্ঞানেৰ ছাত্ৰ-ছাত্ৰীৰা সবাই কবিতা ৰচিক হয়ে উঠেছে।” এইবাৰ মোৰ পিনে চাই,—“কি বলো হে সত্যেশ—তুমিতো তোমাৰ ফিজিক্চ, না?” ছোৱালীজনীলৈ চকুৰে আঙুলিয়াই, “একে চেনো? কি বললে' চেনো না? আজকাল তোমৰা কি কলেজে চুধুই পড়াচোনা ক'ৰতে যাও? আৰে', একই কলেজে পড়ো একই চাব্জেক্ট পড়ো, তবুও এৰকম সুন্দৰী তোমাৰ অচেনা ৰয়ে গেলো? এৰকমতো হওৱাৰ কথা নয়! তবে আমিই পৰিচয় কৰিয়ে দিই-ইনি অচমীয়াৰ আগামীকালেৰ কবি সত্যেশ চৌধুৰী, এম্ এচ্ চি পড়ছেন, আৰ আৰ আপনি বি এচ্ চিৰ ছাত্ৰী······” পিছৰ শব্দ কেইটা মোৰ কাণেৰে নোসোমাল, কাৰণ প্ৰায় এককোঠা ভৰ্ত্তি মানুহৰ মাজত লাজত ৰঙা-ছিঙা স্বাতীয়ে ইতিমধ্যে মোৰ পিনে চাই হাতযোৰ কৰিছে,—“নমস্কাৰ”।

স্বাতীলৈ লিখা বহুতো চিঠিৰ এখনৰ একাংশঃ··· ·····মোৰ কবিতাবোৰ ‘ৰয়লচ্ ল'ৰ দ্বাৰা প্ৰভাবিত বুইছা স্বাতী। বহলাই কওঁ,--চকুৰে দেখে, মগজুৱে ফঁহিয়ায়, ফঁহিয়াই, হৃদয়লৈ পঠিয়ায়। হৃদয়ত নিৰ্মিত হয় অনুভূতি। যেতিয়া এই অনুভূতিবোৰৰ প্ৰে'ছাৰ বাঢ়ি যায়, তেতিয়া অন্তৰত শান্তিৰ ভলিউম্ কমি যায় নিজে নিজে! যলৈকে যাওঁ যিহকে কৰোঁ কতো যেন স্বস্তিৰ ঠিকনা নাই। যেতিয়ালৈকে এই অনুভূতিবোৰৰ প্ৰেছাৰ নকমে তেতিয়ালৈ মই যেন পগলাৰ দৰে; তেতিয়ালৈ মই যেন অগ্নিৰ মাজত শীতলতা বিচাৰি হাইৰাণ। আচলতে এই অনুভূতিবোৰে বিচাৰে এটা আউটলে'ট-কবিতাৰ আউটলে'ট। সৰু সৰু শব্দেৰে নিটোল একোটা কবিতাত যেতিয়া চ'ব কথা লিখি উজৰাই দিলো হিয়া তেতিয়াই চব ঠিক ঠাক। সাময়িক ভাৱে। কিছুদিনলৈহে শান্তি। কিছুদিনলৈহে, বেছি দিনলৈ নহয়। কাৰণ ইতিমধ্যে পৰ্য্য-বেক্ষণে নতুনকৈ কৰবাত বিসংগতি আৱিষ্কাৰ কৰিব, নতুনকৈ চকুত

পৰিৱ ইমানদিনে চকুত নপৰা কত কি অন্যায় অবিচাৰ। তাতে আজিৰ এই নিষ্ঠুৰ পৃথিৱীত অন্যায় উৎপীড়নৰ আকাল আছে ? চৌদিশে ইমান অসাম্য, অন্যায়, অনাচাৰ, জোৰ-জুলুম, পলে পলে প্ৰতিবাদত বিতত হৈ উঠে মন-মজ্জা, বিদ্ৰোহৰ ইস্তাহাৰ লৈ ক্ষণে ক্ষণে কবিতাৰ অংকুৰে গজালি মেলে মগজুত, অস্থিৰ কৰি তোলে সমস্ত অস্তিত্ব। কবিতাৰ জন্ম বেদনাত আকৌ অস্বস্তি। কবিতাৰ অকনো দয়া মমতা নাই, কবিতা হৃদয়হীনা আচলতে—কবিতা নিষ্ঠুৰা। নেকি ? নে-কি ?....

স্বাতীয়ে আহি গোলমাল লগাই দিলে। মহলে, ইতিমধ্যেই মই ঠিক কৰি পেলাইছিলোঁ মোৰ জীৱনক কোনটো গতিপথেৰে আগুৱাই নিম। ঠিক কৰিছিলোঁ শোষণৰ বিৰুদ্ধে, অন্যায়ৰ প্ৰতিবাদত উছৰ্গা কৰিম মোৰ সত্বা ; সমগ্ৰ অস্তিত্ব। এতিয়া স্বাতীৰ আগমনে মোক কিঞ্চিৎ স্বাৰ্থপৰ কৰি তুলিছে। অমিতহঁতৰ দলৰ বিভিন্ন মিটিঙত এতিয়া মোৰ নামকৰা কণ্ঠেৰে উদাত্ত কবিতা, আগৰদৰে নিঃসংশয়ে আবৃত্তি কৰিব নোৱাৰোচোন আজিকালি। কবিতা আবৃত্তিৰ শেষত সঘন হাতচাপৰিৰ সততাৰ সমুখত নিজৰ ভণ্ডামিৰ প্ৰকৃত চেহেৰাটো নাঙঠ হৈ পৰে। এতিয়া মই সাধাৰণ অজস্ৰ শোষিত জনৰ কথা বাদ দি কেৱলমাত্ৰ মোৰ আৰু স্বাতীৰ নিজস্ব সুখ-শান্তি সুৰক্ষাৰ চিন্তাত বেছিকৈ মনোনিবেশ কৰোঁ। কিন্তু ক'তা — স্বাতীয়েতো কেতিয়াও মোক নিৰ্দ্দেশ দিয়া নাই এই বুলি, যে মই প্ৰৱঞ্চিত, লাঞ্চিত সৰ্ব্বহাৰা জনৰ হৈ যুদ্ধত লিপ্ত হোৱা অনুচিত নিজ স্বাৰ্থৰ খাতিৰত। স্বাতীয়েওতো বুজি পায় গৰীব অনাথহঁতৰ হিয়াৰ আৰ্তনাদ। স্বাতীয়ে য'তে ত'তে লগ পোৱা মলিয়ন চেহেৰা, শতচ্ছিন্ন পোছাকেৰে ভিক্ষাৰীবোৰৰ, (যিবোৰক বাটে পথে পৰাপক্ষত মই উলাই কৰি যাওঁ) হাতত তুলি দিয়ে, দুটা বা তিনিটা চক্‌ চকীয়া পইচা, মোৰ ফে'ভাৰিট সেই বঙালী কবিজনৰ ভাষাত স্বাতীয়ে যেন নিজ আত্মাৰ টুকুৰা একোটা বিলাই দিয়ে সমগ্ৰ বিশ্বৰ পীড়িত, দৰিদ্ৰ জনৰ দুখ কষ্ট নিবাৰণাৰ্থে।এনে সংবেদী স্বাতীয়ে জানো, মোৰ আত্মঘাতী এই ইচ্ছাটোৰ বাবে,যে মই পূৰাদমে যুগে যুগে চলি অহা হেভ্‌ আৰু হেভ্‌ নট্‌অৰ মাজৰ সনাতন যুদ্ধখনত উচিত পক্ষৰ হৈ যোগ দিওঁ, এই ইচ্ছাটোৰ বাবে তাই তিলমানো অসন্মতি জনাবনে ? নিশ্চয় নজনায়। তেন্তে কেলেই-কেলেই ইদানীং মোৰ সদিচ্ছাত প্ৰায়েই দ্বিধাৰ উৎপত্তি হয় ?



এই দ্বিধা হয়তো আগৰে পৰাই বৰ্ত্তমান মোৰ অজানিতে ;—মাথো সিমূৰ তুলিবলৈ চেলু পোৱা নাছিল ইমানদিনে, – স্বাতীৰ আৱিৰ্ভাৱে তাৰ সুযোগ মাত্ৰ দিলে।

এই দ্বিধা সমস্ত বিশ্বাসঘাটক মধ্যৱিত্ত শ্ৰেণীৰ চৰিত্ৰৰ ভূষণ। এই দ্বিধাই কিমান যুৱকক ইপিনে সিপিনে বছৰটো নোগোৱাকৈ খেলা-ধূলা-ছোৱালী জোকোৱা-হিন্দী চিনেমা -বিবিধভাৰতী -গাজা- ভাঙ্‌- গেলাত, মত্তৰাথি পৰীক্ষাৰ আগদিনা টুকুৰা নিৰ্মাণ কৰি কোনোমতে ডিঙিত ডিগ্ৰী এটা আৰু গামোচা আঁৰি লৈ সাধাৰণ এটা চাকৰিৰ বাবে হেজাৰ অন্যায়ৰ ভাগীদাৰ হবলৈ, লগতে তাত পূৰ্ণোদ্যমে সহায় কৰিবলৈ এণ্টাৰ্প্ৰিচমেণ্টৰ শৰণ লবলৈ উদগনি জনাই আছে। এই দ্বিধাই বৰ্ত্তমান মোকো অৱশ কৰি তুলিছে। মই বোধহয় আচলতে মস্ত এটা কাৱাৰ্ড। অৰ্থাৎ এতিয়ালৈকে মই যিমানবোৰ কবিতা লিখি আত্মপ্ৰসাদ লভিছোঁ তাৰ প্ৰত্যেকটি আখৰতেই মিছাৰ প্ৰলেপ। কবিতাক মই কলংকিনী কৰি আহিছোঁ ইমানদিনে। মই এটা অক্ষমণীয় অপৰাধী। মই এটা কুত্তাৰ বাচ্চা।

তৃতীয়টো গল্পৰ টুকুৰা

(তাৰ আগেয়ে কিঞ্চিৎ ক্ষমা প্ৰাৰ্থনা) :

পাঠকৰ অসুবিধা হৈছে -মই বুজিছো। হব'ই। কিয়নো বেলেগ বেলেগ গল্পৰ তিনিটা অসম্পূৰ্ণ টুকুৰা গোটাই একেলগ কৰি বলেৰে একেটা পূৰ্ণাংগ গল্প বুলি পৰিবেশন কৰিব ওলাইছোঁ। ইপিনে মোৰো উপাই নাই। হেজাৰ চেষ্টা কৰিলেও মোৰ গল্পবোৰ আজিকালি সম্পূৰ্ণ হৈ নুঠৈগেচোন। লিখক হিচাপে মই মোৰ কলমৰ সীমাবদ্ধতা স্বীকাৰ কৰিছোঁ। যেনেকৈ মই অসম্পূৰ্ণ, তেনেকৈ মোৰ সৃষ্টিবোৰো আধকুৱা। আজিৰ এই ক্ষমাহীন সময়ে সম্পূৰ্ণতাৰ পৰা মানৱক বলেৰে আতৰাই ৰাখিছে। যেতিয়ালৈকে আমি সময়ক সলাব নোৱাৰো, যেতিয়ালৈকে সমাজৰ অন্যায় অবিচাৰ অসাম্যই আমাক শাসন কৰি ৰাখিব পাৰিব, তেতিয়ালৈকে আমি অসম্পূৰ্ণ হৈয়েই ৰম। সেই সময়লৈ অপেক্ষা নকৰি আজি এৱা মই তিনি টুকুৰা গল্পক এটা গল্প বুলি চলাই দিব খুজিছো-পাঠকে দয়া কৰি অলপ কষ্ট সহি পঢ়ক, মোৰ অসম্পূৰ্ণ কলম

ধন্য হৈ যাব। অসুবিধা অলপ হব'ই। কাৰণ প্ৰতি টুকুৰা গল্পতে ভিন্ ভিন্ চৰিত্ৰৰ অহা যোৱা। এৰা, চৰিত্ৰবোৰ ভিন ভিন, কিন্তু সিহঁতৰ অহাযোৱাবোৰ এক।,একে হবই কাৰণ আজিৰ পৃথিৱীত সমস্ত সাধাৰণ মানুহৰ সমুখত একেই সমস্যা, একেই দুখ একেই কষ্ট।

এতিয়া পঢ়ক গল্পৰ শেষ টুকুৰাটো—)

ল'ৰাজনে বহুতো চেষ্টা কৰিও এটা ভাল চাকৰিত সোমাব পৰা নাই। কিছুদিনৰ পৰা সি এখন কিতাপৰ দোকানত এক অধস্তন কৰ্মচাৰী। ঘটনাৰ দিনাখন সি মিৰ্জাৰ স্কুলখনৰ পৰা অৰ্ডাৰ আনিবলৈ গৈছিল। স্কুটাৰত গৈছিল, স্কুটাৰখন মালিকজনৰ। মিৰ্জা পোৱাৰ লগে লগে সি বুজিলে—আজি.ততালিকে ঘূৰিব লাগিব। পৰিস্থিতি সুবিধাজনক নহয়। চৌদিশে উত্তপ্ত পৰিবেশ যি কোনো মুহূৰ্ত্তত গণ্ডগোলৰ সূত্ৰপাত হ'ব পাৰে। ছাত্ৰবোৰে কিবা বোলে এটেচ দফীয়া দাবী জনাইছে চৰ্কাৰৰ ওচৰত। চৰ্কাৰে সেইবোৰ নেমানে। টনা আজোৰাত এইবোৰ ধৰ্মঘট- গ্ৰেপ্তাৰ-লাঠি গুলী চালনা চলি আছে। গোটেই অসম জুৰি।

সি হেডমাষ্টৰৰ ৰুমৰ পৰা কোনোমতে কামফেৰা শেষ কৰি বাহিৰৰ বাৰান্দালৈ ওলাওঁতেই লাগি গ'ল গণ্ডগোল। ইমানপৰে স্কুলৰ ওচৰতে শ্লোগান দি থিয় হৈ থকা ল'ৰামখালে পুলিচবোৰে খেদি আহিল। এটা দুটা পাথৰ পৰিবলৈ ধৰিলে। ওচৰ-পাজৰৰ দোকানবোৰ তৎক্ষণাত বন্ধ হৈ গ'ল।

সি আগ পাছ নুশুনি গোনেই স্কুটাৰ ষ্টাৰ্ট দিলে। পিছে সি বেছি দূৰ নেপালেগৈ। চাৰিআলিটো পোৱাৰ আগেয়েই তাক পুলিচ এটাই ৰখালে। ওচৰতে থকা এচ.আই. জনে তাক দেখি বিদ্ৰূপাত্মক হাঁহিৰে মন্তব্য দিলে—'ছাত্ৰ নেতা! নেতাগিৰি ফলাবলৈ গুৱাহাটীৰ পৰা ইমান দূৰ আহিল নে? শলা পৰামৰ্শ কৰিবলৈ অহা হৈছিল হ'বলা?"

তাৰ পিচত কি ঘটিল নঘটিল তাৰ জ্ঞান নাই। জ্ঞান উভতিল হাচপাতালত! তাৰ দোকানৰ মালিকে খবৰ লবলৈ আহিছিল। তেওঁৰ পৰাই সি জানিব পাৰিলে, স্কুটাৰখনৰ অৱস্থা বেয়া। তেৱেঁই জামিন আদিৰ ব্যৱস্থা কৰিলে। ভাগ্যে তাৰ আঘাটটো সিমান মাৰাত্মক প্ৰমাণিত নহল। প্ৰায় এসপ্তাহৰ মূৰত সি গাৱঁৰ ঘৰলৈ গ'ল। ভনীয়েক বাহিৰতে আছিল। তাক দেখিয়েই তাই চিঞৰি উঠিল "দাদা, তোৰ হাতে মূৰে বেণ্ডেজ, কিয়? কি হৈছিল?" ভণ্টিৰ আগত আচল কথাটো,



মানে পুলিচৰ হাতত মাৰ খোৱা কথাটো কৈ দিলে বীৰত্ব নেথাকে। সি মিছা মাতিলে, "নাই অ'—স্কুটাৰ এক্‌চিডেণ্ট্ হৈছিল। চিৰিয়াচ্ একো নহয়। চব ঠিক হৈ গৈছে।"

ভণ্টিয়ে কথা শুনি সকাহ পালে। এতিয়া তাইৰ মুখন আনন্দত জকমকাই উঠিল। এইবাৰ তাই ককায়েকক এটা সুখবৰ দিব। "দাদা—তই চাকৰি পাইছ!"

"কি? চাকৰি??" একুৰি তিনিটা চাকৰিলৈ ফৰ্ম ঠিওৱাৰ পিচত এনে খবৰ সি বিশ্বাস কৰিবলৈকে টান পাইছে।

"সঁচাইনে — সঁচাইনে?" তাৰ মুখত অবিশ্বাস আৰু আনন্দ।

"সচাতো—যোৱাকালি তোৰ এপইণ্টমেণ্ট্ লেটাৰ্ আহিছে, যোৱা মাহতে যে ইণ্টাৰভিউ দিছিলি—পুলিচৰ চাকৰিটোৰ-সেইটো!! তই এতিয়া দস্তৰমতে পুলিচৰ এ. এচ. আই। চালাম চাৰ!" তাই বাওহাতেৰে এটা চেলুট্ দি দিলে আৰু আচৰিত হৈ লক্ষ্য কৰিলে দাদাকৰ মুখৰ পৰা আনন্দৰ ৰেখাবোৰ মচ খাই যাব ধৰিছে এটা এটাকৈ।

০ ০ ০

# চাৰিটা চিৰিৰ এন্ধাৰ

প্ৰথম চিৰি ।।

বসন্তৰ দিন তেতিয়াও শেষ হোৱা নাই, তেতিয়াও ত'ত ত'ত ৰঙৰ ছাপ। কৃষ্ণচূড়াত, ঘাঁহত, সোণাৰু পলাশৰ ডালে ডালে অথবা ক্ষণে ক্ষণে মেঘৰ সাজ সলোৱা নীলা আকাশখনত। পাহাৰীয়া মাটিৰ একাষৰীয়া বাটটো নিৰ্জন তেতিয়া। এনেয়েও কাৰখানাৰ পিছপিনৰ এই আলিটোত যানবাহন অথবা জনসমাগম সততে কম। সিপিনৰ বিলখনত মাটি পেলাই এটা এটাকৈ নতুন নতুন ঘৰ উঠি আছে। তথাপি মাজে মাজে মেটেকা দেখা যায়।

গোটেই লেণ্ডস্কেপটো নিৰ্জ্জন, নিমাত। ৰাতিপুৱাৰ পৰা দুপৰীয়ালৈ মনে মনে পাৰ হৈ যাব খোজা আপোনপাহৰা কিশোৰীজনীয়ে চিনাকী যৌৱনোদ্‌গম সুদৰ্শন ল'ৰাজনৰ সতে ভগাই লব খুজিলে বিলৰ পাৰ আৰু কাৰখানাৰ দেৱালখনে বান্ধি দিয়া এই বঞ্চিত নিৰ্জনতাখিনি আৰু ফেক্টৰীৰ কাৱাগাৰৰ পৰা বৈ বৈ ভাঁহি অহা যান্ত্ৰিক শব্দ-বোৰৰ অস্ফুট অনুৰননখিনি। অথবা অদূৰৰ নৱ-নিৰ্মিত সুদৃশ্য বঙলাটোৰ সন্মুখৰ ৰঙা সেউজীয়া মিহলি কৃষ্ণচূড়াৰ আগ চুই যোৱা মৰমী বতাহখিনি।

কিশোৰী আজি শাৰী পৰিহিতা যদিও, শৰীৰত তাইৰ ফ্ৰক পিন্ধা চঞ্চলতাখিনি এতিয়াও বিদ্যমান। কান্ধলৈকে পৰা চুলিখিনি জোকাৰি মূৰটো এপিনে দোৱাই যেতিয়া তাইৰ মুখ হাঁহিৰে উজ্জ্বল হৈ উঠে, তাইৰ সম্পূৰ্ণ অৱয়ব আৰু উপস্থিতিয়ে প্ৰেমিকৰ মনত তেতিয়া আনন্দৰ সাংগীতিক এটা মূৰ্চ্ছনা বোৱাই লৈ যায়। এই মূৰ্চ্ছনাক অমৰ কৰি ৰখাৰ প্ৰয়াসত যুৱকে কিশোৰীক ক'ৰ পৰা আনি জানো এপাহ ফুল যাচে। কিশোৰী মনে মনে মহাৰাণী হৈ উঠে, যুৱকৰ উপঢৌকনে তাইৰ নতুন সুঠাম যৌৱনক অঞ্জলী যাচিব খোজাৰ অহঙ্কাৰে ততালিকে তাইক গৰীয়সী কৰি তোলে।



মুহূৰ্ত্ততে তাই পাহৰি যায় তাইৰ পিন্ধনত এখন সামান্য সূতাৰ শাৰী মাথোন, তাইৰ ভৰিত দুবাৰকৈ চোল সলোৱা চেণ্ডেল এজোৰ অথবা তাইৰ হাতৰ কব্জি আৰু শুকুলা গলধনে কেতিয়াওচোন সোণৰ পৰশ পোৱা নাই। যুৱকৰ আকুতিয়ে সেয়ে তাইক মুহূৰ্ত্ততে দৰ্পিতা কৰি তোলে। তাইৰ তিলমান দয়াৰ ভিক্ষাৰী এই যুৱকৰ প্ৰতি ভিতৰে ভিতৰে অত্যন্ত সন্তুষ্ট ছোৱালীজনীয়ে কিন্তু পলকতে নাৰীৰ চিৰন্তন ৰহস্যময়ী ৰূপ লৈ ভ্ৰূক্ষেপহীন ভাৱে ফুলপাহি অগ্ৰাহ্য কৰে।

"তুমি অত্যন্ত বেকৱাৰ্ড জানা, আজি এই কুৰি শতিকাতো বাৰু ল'ৰাই ছোৱালীক ফুল যাঁচে নে?" মনৰ আহত ক্ষতখিনি লুকুৱাই সপ্ৰতিভ যুৱকে ফুলপাহি ততালিকে ছোৱালীজনীলৈ দলিয়াই উত্তৰ দিলে—"ঠিক আছে কুৰি শতিকাৰ ছোৱালীয়েই ল'ৰাক ফুল দিয়কচোন।" ইতিমধ্যে ছোৱালীজনীয়ে ফুলপাহ ধৰি পেলাইছে। তায়ো ফুলপাহ ওভোটাই দিয়ে, কয়—"মোৰ কি গৰজ পৰিছে ফুল দিবলৈ? মই কিবা তোমাৰ ধাৰ খাই থৈছোঁ নে?"

এনেকৈয়ে নিৰ্জ্জন ৰাস্তাটোত নিষ্পাপ প্ৰেমৰ পুষ্পবৃষ্টি চলি থাকে কিছুপৰলৈ। আকাশখন জলবাহী কেটকলা মেঘে ঢাকি পেলালেহি। বেলিটোৱেও যেতিয়া দিনটোক ৰাতিৰ ভেশছন লবলৈ অনুমতি দি মূৰপোলোকা মাৰিলে, তেতিয়া দেখা গল আলিটোৰ এমূৰত কিশোৰীৰ সহোদৰৰ উপস্থিতি। সিহঁত দুয়োৰে ধেমালীৰ যৱনিকা। দুয়ো থৰ হৈ বাট চালে—দৌৰি অহা ল'ৰাটোৱে ফোঁপাই জোপাই সিহঁতৰ কাষ পায়হি—

"বাইদেউ, সোনকালে ঘৰলৈ বল, ফেক্টৰীত দেউতাৰ ভীষণ এক্সিডেণ্ট হৈছে।"

দ্বিতীয় চিৰি

সন্ধিয়া। পশ্চিম আকাশত অলপ আগেয়ে বেলিমাৰে এৰি যোৱা হেঙুল হাইতালে নামি অহা এন্ধাৰখিনিক বাধা দিব পৰা নাই। আজি জোন পলমকৈ ওলাব নেকি? ৰাস্তাৰ পুবপিনৰ খেলপথাৰখনত এতিয়াই কলাৰঙে আধিপত্য স্থাপন কৰিছে, একোণৰ সৰু ক্লাব ঘৰটোৱে ঘাঁহৰ সেউজীয়াখিনিৰ মৃত্যুত শোক জ্ঞাপন

কৰিবলৈ যেন ক'লা সাজ পিন্ধি চুপচাপ থিয় হৈ আছে। আনপিনে, গোলাকাৰ পাৰ্কটোত য'ত কেতিয়াও কোনেও কোনো ফুলৰ দৰ্কাৰী আতিশয্য বা জনতাৰ অদৰকাৰী সমাগম দেখা নাই। মধ্যবিন্দুস্থিত নঠঙা, স্তম্ভটো, তাৰো সিপিনে তাহানিৰ দিনৰে গীৰ্জা ঘৰটো, তাৰ মাজে মাজে উজ্জ্বল হেডলাইটেৰে পাৰ হৈ যোৱা ষ্টেচন অভিমুখী ট্ৰাকৰ বিচ্ছিন্ন ব্যাঘাটে দৃশ্যটো সম্পূৰ্ণ কৰি পেলায়। নিৰ্জনতা, এন্ধাৰ, আৰু অস্পষ্টতাখিনিকো গ্ৰহণ কৰিব লাগিব লগতে। কাৰণ এই তিনি ওপৰঞ্চি তত্ত্বইহে এই ঠাইত প্ৰায়ে মাজে মাজে, ৰাস্তাৰ একাষে চাইড কৰি থোৱা, এখন এম্বাছেদৰ গাড়ীৰ গৰ্ভত এহাল প্ৰাপ্তবয়স্ক যুৱক যুৱতীক সিহঁতৰ অতি বাঞ্চিত নিকট সান্নিধ্যৰ সমল যোগায়।

আজি কিন্তু সিহঁতৰ মনৰ আকাশত, সহজ আনন্দৰ ঠাইত সন্দেহৰ ডাৱৰৰ লানি। ৰাতিৰ তিৰবিৰ তৰা ফুলাৰ দৰে যুৱতীৰ চকুৰ পতাত টোপাটোপে চকুলো জিলিকিছে। যুৱকৰ কঁপালত অস্বস্তিৰ বলিৰেখা, চুলিত সাধাৰণতে অনুপস্থিত অপৰিপাট্য, দেহটো আলাসতে এৰি দিছে, ড্ৰাইভিং হুইলৰ সন্মুখচিটত, এখন হাত চিটৰ পিঠিৰ ওপৰেৰে প্ৰসাৰিত, আনখন থিৰিকি 'চিলত' আঙুলীয়ে ধৰি ৰাখিছে এটা উইলচ ফিল্টাৰ—মেড ফৰ ইচ্চ আডাৰ।'' যুৱতীৰ শৰীৰ কঁপি কঁপি উঠে কান্দোনৰ চোৱে চোৱে, বেছেৰীৰ কণ্টাজিত আধুনিক মেকআপ বেদনাৰ বানপানীয়ে কেতিয়াবাই উটুৱাই নিছে। কণ্ঠেৰে উচ্চাৰণ কৰে প্ৰতিবাদ বাক্য—"যোৱা দুবছৰৰ ইমান আশা ইমানবোৰ সপোন তুমি দুটা কথাৰেই ভাঙি চুৰমাৰ কৰি দিলা? তুমি ইমান নিষ্ঠুৰ বুলি সপোনতো ভৰা নাছিলো।" তাইৰ উচুপনিৰ মাজত যুৱকৰ অযথা প্ৰবোধবাণী "তুমি নুবুজা কেলেই, এনেকুৱা পৰিস্থিতিত মই কেনেকৈ তোমাক আপোন কৰোঁ? মোৰ কেৰিয়াৰ, মোৰ সম্পূৰ্ণ ভবিষ্যতটো ধ্বংস হৈ যাওঁক তুমি বাৰু তাকেই বিচৰা নেকি? নে তাতকৈ মই চুইচাইড্ কৰো?''

"—তুমি ইমান দিনে মোক, মাক, চবকে ভুৱা প্ৰলোভন দি আছিলা—মোৰ যদি দেউতা থাকিলহেঁতেন, তেওঁৰ যদি লাখ লাখ টকা থাকিলহেঁতেন, তুমি এনেকুৱা কেতিয়াও নকৰিলাহেঁতেন।" তাইৰ অভিযোগ।



আঃ এইখিনিতে তোমালোকে ভুল কৰা—ভাল পোৱা মানেই যে বিয়া এনে কোনো কথা নাই।"

"হয় নেকি? তেনেহলে পাৰিবা নেকি অইন এজনীক বিয়া কৰোৱাৰ পিছতো এনেকৈ, মোৰ লগত অকলশৰীয়াকৈ প্ৰেমালাপ চলাবলৈ। আছে নেকি সেইখিনি সাহস তোমাৰ? সেইখিনি পৌৰুষ?'' যুৱতীৰ যুক্তিত তাইৰ বয়সকো পাৰ হৈ যোৱা পুৰঠ কণ্ঠত গিলোটিণৰ তীক্ষ্ণতা, তাইৰ চকুত তাচ্ছিল্য মিহলি অপমান যুৱকৰ প্ৰতি। সিহঁতৰ মনৰ আকাশ ঢাকি পেলাইছে এন্ধাৰে ইতিমধ্যে।

এসময়ত দপকৈ চহৰৰ সকলো লাইট নুমাই গল, পাৱাৰ ফেইলিঅৰ, বোধহয়, চহৰখন পলকতে মৰিশালীলৈ সলনি হৈ গল, সিহঁত বহি থকা গাড়ীখন ষ্টাৰ্ট হল এন্ধাৰতে। এন্ধাৰতে যৱকজনে পলাবলৈ ঠিক কৰিলে। গাড়ীখন ঘূৰাওতে, হেডলাইটে পাৰ্কখনৰ দেৱালৰ কাষত এখন ভয় বিস্ময় সনা মুখ ধৰা পেলালে। যুৱতীয়ে দেখিয়েই চিনি পালে মুখখন তাইৰ ভায়েকৰ। সি এন্ধাৰৰ সুযোগ লৈ আলকাতাৰাৰে দেৱালত জনতাৰ বাবে মুক্তিৰ বাণী লিখি আছে। এনে বাণী লিখা আমাৰ দেশত আইনতঃ দণ্ডণীয় কিন্তু—।

### তৃতীয় চিৰি

কোঠাটোত চুটি চুটি উশাহৰ শব্দ, ইচ্ছাকৰি তেনেই কমাই দিয়া লেম্পটোৰ শলিতাডালে মিছাতে কোঠাটোত পোহৰ সানিবলৈ চিকি চিকি যত্ন কৰি আছে। এন্ধাৰ ঘৰটোত দিনতো পোহৰ বিশেষ নপৰে। একমাত্ৰ খিৰিকিখন খুলিলে মাৰোৱাৰীজনে গাতে লগাকৈ সজা আৰ. চি. চি. বিল্ডিংটোৰ বাথৰুমৰ পিছফালে দেখা যায়, আৰু সন্মুখেদি এই ৰুমলৈ পোহৰ সোমাবলৈ সাহস নকৰে। ৰুমটোত অৱশ্যে দৰ্শনীয়ও বিশেষ একোৱেই নাই। উৱলি যাব ধৰা ছাদ এখন। জপোৱা দুৱাৰখনত ময়লা পৰ্দা এখন, আৰু টুলখনৰ সন্মুখত পুৰণি চওৰ ড্ৰেচিং আয়নাৰে টেবুল এখন। ইমানেই। আৰু এখন খাট আছে। এই খাটখনেই এন্ধাৰৰ উৎস। এই বিছনাখনৰ পৰাই চুটি চুটি উশাহৰ দুলানি শব্দ শুনা যায়।

বিছনাৰ ওপৰত শালীনতাৰ সীমা পাৰ হোৱা এহাল নাৰী পুৰুষৰ সমবেত শাৰীৰীক ক্ৰিয়াই এই চুটি চুটি উশাহবোৰ নিৰ্ম্মান কৰি আছে। কিয় বাৰু এই ক্ৰিয়া? কিয় এই শাৰীৰীক কষ্ট? এই পীড়ণ, আলিঙ্গনে দুয়োৰে মনলৈ কিবা আনন্দ বাৰু আনিবনে? বোধহয় আনিব। এতিয়াও ফেভাৰ লিউবা ঘড়ী পৰিহিত এইজন সফলকাম সম্পূৰ্ণ পুৰুষলৈ—কিছুক্ষণৰ আনন্দ বিছাৰিয়েইচোন তেওঁ আজি নিষ্পেষণত আৱদ্ধ এই নাৰীৰ স্বাধীনতা তেওঁ কিনি লৈছে। কিন্তু কথিত নাৰীয়ে পুৰুষজনৰ আনন্দ অন্বেষণত অগত্যা শাৰীৰীক ভাৱে যোগ দিয়া এই গৰাকী নাৰীয়ে হয়তো তলৰ নিৰ্দয় বিচনাথন আৰু ওপৰৰ সদয় পুৰুষজনৰ পীড়ণৰ মাজতো বাট চাই আছে সেই মুহূৰ্ত্তলৈ যেতিয়া পুৰুষজনে সন্তুষ্টিৰ হাঁহিলৈ লেম্পৰ শলিতাডাল বঢ়াই দিব আৰু তাই পোহৰত দেখিব পুৰুষজনে আকৌ সু-সজ্জিত হৈ ৰুমটো ত্যাগ কৰাৰ আগেয়ে ড্ৰেচিং টেবুলখনত খমখমিয়া কেইখনমান নোট থৱ ধৰিছে। উলঙ্গ নোটখিনিয়ে তাইৰ গালে মুখে ছাই সানি দিব। ৰুমটো আকৌ এন্ধাৰ হৈ যাব।

সেই ৰাতিয়েই ভাত খাই উঠি তাই বিছনাত অকলে অকলে, ঘড়ীটোত দহটা তেতিয়া। এন্ধাৰ ৰাতিটোলৈ আৰু এক অতিথিৰ আগমনৰ প্ৰতিশ্ৰুতি আছে। বাট চাই বিছনাতে পৰি ৰ'ল তাই। এসময়ত বাহিৰ দুৱাৰত কেইটামান মৃদু টোকৰ পৰিল। বাঞ্চিত অতিথিৰ বাবে, কষ্টেৰে এটা প্ৰসাধনী হাঁহি মুখলৈ আনি তাই দুৱাৰ খুলি আচৰিত হৈ গ'ল, মুখেৰে উচ্চাৰিত হ'ল—'ভাইটী তই?'

দেশদ্ৰোহিতাৰ অপৰাধত গ্ৰেপ্তাৰ হোৱাৰ ভয়তে পুলিচৰ পৰা সাৰিবলৈ ভাইটীয়ে বেছ কিছুদিন আগতেই ঘৰৰ আশ্ৰয় ত্যাগ কৰে। আজি হঠাৎ ৰাতিৰ এন্ধাৰত এয়া তাৰ সাময়িক প্ৰত্যাবৰ্ত্তন।

"বাইদেউ,—ৰাতিটোৰ ভিতৰতে মোক টকা দুশ লাগে দিব পাৰিবি?

"ভিতৰলৈ আহ"—তাই কলে।

চতুৰ্থ চিৰি

চতুৰ্থ চৰণত উপনীত এই গল্পত নায়িকাৰ অৱশ্যম্ভাৱী অমোঘ পৰিণতিত তাইৰ জীৱনলৈ ধাপে ধাপে নামি অহা এন্ধাৰৰ গভীৰতা



ইমানে বেছি তাইৰ ভৱিষ্যতটোক আজিৰ অক্ষমনীয় সময়ে দিয়া নিঠৰুৱা সময়ে দিয়া ৰূপটো ইমানেই ভয়ঙ্কৰ ইমানে বেছি ক্ৰূৰ যে সাহেৰে তাৰ সন্মুখীন হবলৈ মোৰ এই লিখনি আজি সম্পূৰ্ণ অপাৰগ। জ্বলি পুৰি ক'লা এডাৰ হৈ যোৱা তাইৰ ভৱিষ্যতৰ বাবে তাইৰ অকণো পশ্চাতাপ নাই সৰুৰে পৰা এন্ধাৰবোৰে এটা এটাকৈ নিৰ্ব্বিবাদে হত্যা কৰি যোৱা তাইৰ সমস্ত কামনা বাসনাৰ ফটিলৰ মাজত ভ্ৰুক্ষেপহীন অৱস্থিতা তাইৰ এটাই মাথো আক্ষেপ-

"ভাইটী, তোৰ কথাবোৰ সঁচা নহল কেলেই? তই যে কৈছিলি, —এইখন গোৱা দেশলৈও স্বাধীনতা আহিব। আমাৰ দেশতো গৰীব ধনীৰ পাৰ্থক্য নেথাকিব। শোষণ অত্যাচাৰ, আৰ্থিক পেষণৰ এদিন অন্ত পৰিব। এনেবোৰ ধুনীয়া ধুনীয়া সপোন নফলিয়ালে কেলেই ভাইটী? নে তই মিছাতে জীৱনভৰ নিৰ্ব্বাসন পালি?

আজি নহল নাই—হয়তো এদিনাখন তোৰদৰেই মোৰ আন হেজাৰ হেজাৰ ভোকাতুৰ ভাইটীয়ে কৰ্কালত টঙালি বান্ধি ওলাব এদিন তেতিয়া হয়তো……।

ঃ থোৰতে কেউটা চিৰিঃ

কিশোৰীয়ে কিমান ইচ্ছা পূৰণৰ বাবে মন্দিৰলৈ আহিছে। মূল মন্দিৰত প্ৰৱেশ কৰিবলৈ চাৰিটা চিৰি বগাব লাগে। প্ৰথমটো চিৰিত ভৰি দি তাই ইষৎ সন্দিহানঃ মোৰ মনোকামনা এই পবিত্ৰ ঠাইখনে সঁচাই পূৰ্ণ কৰি দিব পাৰিবনে?

দ্বিতীয়টো চিৰিত উঠি প্ৰথমবাৰৰ বাবে তাই মন্দিৰৰ ভিতৰলৈ চালেঃ ভিতৰখন তেনেই এন্ধাৰ এনেকুৱা এন্ধাৰতে মানুহে মোক বিছাৰি পায় নে? সন্দেহে তাইৰ মনত ভালকৈ শিপাই ললে।

তৃতীয়টো চিৰিৰ পৰা ভিতৰখন কিছু ভালকৈ দেখা যায়। তাই দেখিলে ভিতৰত ঘোপমৰা এন্ধাৰৰ মাজতে প্ৰায় অদৃশ্য এটা শিৱৰ মূৰ্ত্তিৰ সমূখত সামান্য এগছি চাকি জ্বলি আছে। ঘিউ, তেল, পুৰোহিতৰ গাৰ ঘাম আৰু হেজাৰ হেজাৰ বছৰেৰে ধৰি অযত্নৰে মিহলি এটা উৎকট গোন্ধে ইমানতে তাইৰ ঘ্ৰাণশক্তিক আক্ৰমণ

কৰে। এই অসহ্য গোন্ধ আৰু এন্ধাৰৰ পৰা তাই বাৰু কেনেকৈ তাইৰ অভীষ্ট বুটলি ল'ব?

চতুৰ্থ চিৰিত ভৰি দিয়েই তাই ভয় খাই গল, ভিতৰলৈ সোমোৱাৰ লগেলগেই বতাহে যদি একমাত্ৰ দুৱাৰখন জপাই দিয়ে। অম্লজানৰ অভাৱত চোন চাকিটো থিতাতে নুমাই থাকিব, আৰু সেই সুযোগতে কৌটি কালৰে পৰা গোটখোৱা এন্ধাৰবোৰে তাইৰ সূক্ষ্ম শৰীৰটোক আয়াসতে আত্মসাৎ কৰি ল'ব। তায়ো এন্ধাৰ হৈ যাব। এনেকৈয়ে চতুৰ্থ চিৰিত তাই মৃত্যুৰ সন্মুখীন হল ॥

০ ০ ০

# অচিন চহৰত মই অথবা এ'লিচ

[ এখন অচিনাকী চহৰ। মোৰ দেশৰে এখন ডাঙৰ চহৰ। পৃথিৱীৰ বৃহত্তম দহখনৰ এখন চহৰ—ইমান ডাঙৰ চহৰ। চহৰখন চাওঁ বুলি বিতচকু পিন্ধি মই পিত্ পিত্ কৈ চাই ফুৰো—য'লৈকে চাওঁ, কেউটা ইন্দ্ৰিয় সজাগ কৰি চহৰ খনৰ পৰা টুকুৰা টুকুৰ আৱিস্কাৰৰ আনন্দ বিচাৰোঁ সদায়। আৱিস্কাৰবোৰৰ কথা চিকুণকৈ লিখিব খোজো কাকতত। চিকুণকৈ লিখিব খুজিলেও ৰিপ্ৰডাক্-চনখিনি সদায়চোন লেতেৰা হৈ উঠে। আচলতে কিজানি এই চহৰখনৰ আত্মাটো তেনেই লেতেৰা—এই কলিকতা চহৰৰ কোনো ছবিয়েই সেয়ে চিকুণ হৈ থাকিব নোৱাৰে। শেষ পৰ্য্যন্ত নিজে নিজেই লেতেৰা হৈ যায়। কংক্ৰিটৰ অৰণ্যত বোধকৰো সদায় অমাবস্যাৰ নিঠুৰতা। সত্যজিত—শংকৰৰ জন-অৰণ্যত মানৱতা পশুত্বলৈ নিৰ্বাসিত আজি। মই এলিচে আজি ইয়াত, এই যবন চহৰখনত ৱন্ডাৰলেণ্ডৰ আনন্দ চমৎকাৰিতা বিচাৰিলে কি হ'ব—চহৰখনৰ প্ৰকৃত চৰিত্ৰটো জানো সজাব পাৰিম?

"And up above the pestilent town Death looks down" ]

চৌৰংগীৰ ভীষণ ভীৰটোৰ অহা যোৱাৰ মাজত য'ত তিলমানো অনাঘ্ৰাত বতাহৰ প্ৰৱেশ অসম্ভৱ, সমুখে পিছফালে সোঁৱে বাওঁৱে মাথোঁ নিস্তেজ মানুহবোৰৰ অতিব্যস্ত সতেজ অহা যোৱা হঠাৎ মই ৰৈ গলোঁ, প্ৰসাৰিত হাত এখনত এটা দুৰ্মূল্য মাৰ্কিন কলম আৰু মানুহজনৰ চকুৱে মুখে অবিশ্বাস, ভীতি আৰু conspiracy দেখি—'লৈ যাওঁক বাবু, চুপচাপ লৈ যাওঁক—চেফাৰ্চ কলম বাবু পোন্ধৰ টকাতে এৰি দিম—Smuggled বস্তু বাবু আজি কালি ৰাখাই মুস্কিল নহলেনো ষাঠি টকাৰ কলম পোন্ধৰ টকাত এৰিম নে?"

বিশ্বজোৰা খ্যাতি যাৰ, সেই কলমে কলিকতাৰ বিচিত্ৰ সততাৰ সমুখত তিষ্ঠিব নোৱাৰি কোনোপধ্যেই অবিলম্বে মোৰ তৰ্জনী মধ্যমা আৰু বৃদ্ধাংগুষ্ঠত চিঞাহী মিলাব ধৰিলে অকাতৰে।

এনে কলড ব্লাডেড্ নিৰ্বিকাৰ কলিকতাৰ মাজতো কিন্তু ময়দান আছে, সেউজীয়া আছে। চৌৰাংগীৰ জনতাৰ পদদলিত বেশ্যা ফুটপাথৰ বৈপৰীত্যত, ওচৰতে প্ৰায় দিগন্ত বিয়পি ঘাহনিৰে কুমাৰী ময়দান আছে—সেউজীয়া আৰু মুকলি বতাহ আছে—ঠগ প্ৰৱঞ্চকৰ লগে লগে এইখন কলিকতাত অসীম জয়ন্তানুজহঁতৰ দৰে আন্তৰিকতাৰে ভৰা ডেকা গাভৰুও আছে। এখন আৰ্ট একজিবিচনত এমুৰে সৰু দোকান এখনত সৰু আলোচনী দুখনমান বিক্ৰী কৰি থকা সাহিত্যপ্ৰাণ ডেকা দুজনৰ জৰিয়তে প্ৰৱেশ কৰো মই মোৰ চিনাকী জগত এখনত। অসীম, জয়ন্ত, মৃণালিনীহঁতে প্ৰকাশ কৰা এখন আলোচনী আছে, সৰু আলোচনী। নাম, বিক্ৰী বিশেষ নাই, কিন্তু আন্তৰিকতা আছে, sincerity আছে। এইখন আলোচনীক কেন্দ্ৰ কৰি দেশ অমৃত আনন্দ বাজাৰত ব্যৱসায়িক 'পাত্তা' পাবলৈ অনিচ্ছুক সৎ সাহিত্যপ্ৰেমী কিছুমানৰ অতি আবেগিক অহা-যোৱা আড্ডা, ঠাট্টা মস্কৰা চলি আছে—সাহিত্য সম্পৰ্কে মোৰ দুৰ্বলতা আছে, এই পৰিচিতি দিয়া মাত্ৰকে মই এই আড্ডালৈ সাগ্ৰহে আমন্ত্ৰিত হলো।

মস্ত চিনেমা হল এটাৰ গাতে গা লগা অন্ধকাৰ ক্ষীণকায় গলি এটাৰে ততোধিক অন্ধকাৰ চাহৰ দোকান এখনত সিহঁতৰ আড্ডা—আড্ডাত মাথোঁ নিৰ্ভেজাল সাহিত্যালাপ। কিমান নতুন কবিতাৰ আবিৰ্ভাৱৰ থলী এই সস্তীয়া চাহৰ দোকানখন। কিমান নতুন কবি-গাল্পিকৰ আশাৰ মৰুদ্যান। এই আড্ডাত পোন্ধৰ পইচা চাহৰ কাপ আৰু কুৰি পইছাৰ কলডিল চপৰ লগতে কিমান সৌহাৰ্দ্দ্য কিমান উছাহ বিলি হয়, সৰু আলোচনীখনক মৃত্যুৰ কবলৰ পৰা আঁতৰাই নিবলৈ যিখিনি সাহস মনোবল প্ৰয়োজন জয়ন্ত মৃণালিনীহঁতে ইজনে সিজনৰ পৰা ধাৰ কৰি লয়হি—এই আড্ডাতে।

মোৰ হাতৰ পৰা অসাৱধানতা হেতু এটুকুৰা কলডিল চপ পৰি গ'ল। চোঁ মাৰি আহি তিনিটা নিৰ্ব্বস্ত্ৰ শিশুৱে মাটিৰ পৰা



খাদ্য টুকুৰা তুলি লবলৈ হেতা ওপৰা লগালে আমাৰ ভৰিৰ ওপৰতে। মৃণালিনীয়ে চক্ খাই চিঞৰি উঠিল—"একী? একী?" ইহঁত কেইটা-এই ভিক্ষাৰী শিশু কেইটা কেতিয়াৰ পৰা জানো সতৃষ্ণ নয়নে কিজানি আমাৰ সমুখৰ প্লেটবোৰলৈ চাই আছিল ভোকত জৰ্জৰিত হৈ—আমি তাৰ গমকে নেপাওঁ। আমি আড্ডাতে তন্ময়। সাহিত্য চৰ্চ্চাত নিমগ্ন। কিন্তু এই খাব নোপোৱা কেইটা আমাৰ ওচৰতে আমাৰ সাহিত্যৰ ওচৰতে থিয় হৈ আছিল। কেতিয়াৰ পৰা? অনন্ত কাল ধৰি?

"মোৰ কিন্তু ইহঁতৰ প্ৰতি অকণো Sympathy নাই-বুইছা দেবু, চালাহঁত হ'ল "scum of the earth" দীঘল চুৰট ডাল আঙুলিৰে নচুৱাই মিণ্টাৰ চোমে কৈ গ'ল "এই ভিক্ষাৰীবোৰ, ইহঁত সদায় লেতেৰা হৈ থাকিব। কাৰণ লেতেৰা হৈ থকাটোৱে ইহঁতৰ মূলধন। যিমানে কদৰ্য্য দেখা যাব সিমানে মানুহৰ করুণা বাঢ়িব। ভিক্ষা দিব। লাভ হব কি? কলিকতাখন ইহঁতৰে ভৰি পৰিব—জঞ্জালেৰে ভৰি পৰিব। Calcutta will get more and more dirty"।

মই মিণ্টাৰ চোমৰ সমুখত ভিক্ষাৰীবোৰৰ হৈ ওকালতি কৰিব নেযাওঁ, কাৰণ মিণ্টাৰ চোম মোৰ অন্ন সংস্থাতা ক'ম্পেনীটোৰ এজন মাতব্বৰ ডাইৰেক্টৰ। তেওঁৰ কথাত ভুল আঙুলিয়াই দিয়াটো মোৰ বাবে বুৰ্বকামী হ'ব। খাটি Chippendele অৰ দামী আচবাব পত্ৰে ভৰা সুদৃশ্য মনোৰম এই ড্ৰইং ৰুমটোত মোৰ বাক্ স্বাধীনতা মুঠেই নাই। মই কি কও নকওঁ ভাবি থাকোতেই আয়াজনী সোমাই আহিল কোচত নোদোকা কেচুৱা এটা লৈ। মিণ্টাৰ চোমে হাত মেলিলে! কেচুৱাটো স্থানান্তৰিত হ'ল। "My third grandson" মিণ্টাৰ চোমে চিনাকি কৰি দিলে।

মই তাৰ গালত আঙুলিৰে স্পৰ্শ কৰি কলো, "Looks very cute"। মোৰ মন্তব্য তেওঁৰ পচন্দ হল। তেওঁ এইবাৰ উৎসাহেৰে কবলৈ ধৰিলে "বুইছা দেৱব্ৰত—ই যেতিয়াই ৰাতি, গধূলি আমনি কৰে—মোৰ লৰাটোৱে কৰে কি—ইয়াক দুচামুচ হুইস্কি খুৱাই দিয়ে, ফলত ই বেচেৰাই নিচাত লালকাল হৈ শুই থাকে। হাঃ হাঃ হা:……"

"হা: হা: হা:……মিণ্টাৰ চোমৰ হাঁহিৰ অগত্যা উত্তৰ দিলোঁ। "তবে ইয়াৰ লাক্ বেয়া আজিকালি Smuggled বস্তু পাবলৈ নাই। ইয়াৰ দুই দাদাই কিন্তু খাটি স্কচ্ হুইস্কী খাইছিল। ই পোৱা নাই। দেচী হুইস্কীতে···

অসীম জয়ন্তানুজহঁতক কব লাগিব ঘটনাটো—এপিনে হাতৰ পৰা সৰি পৰা জুঠা আনপিনে মহাৰ্ঘ হুইস্কীৰ দুচামুচ। বাহ বা কলিকতা!

আচ্ছা এই চহৰখন—এই বিশাল, বিৰাট চহৰখন, এই চহৰখন আচলতে কাৰ বাৰু? খাব নোপোৱা ভিক্ষাৰী কেইটাৰ? নে অসীম জয়ন্তানুজহঁতৰ দৰে বেকাৰ যুৱক কেইটাৰ? নে ঠগ প্ৰবঞ্চক অথবা কেচুৱাক স্কচ্ খুওৱা মিণ্টাৰ চোমহঁতৰ? মই যেতিয়া নটা—চাৰে নটাত অফিচলৈ যাওঁ লাখ-লাখ মানুহ কঢ়িয়াই ডেলহাউচিৰ অফিচ চুবুৰীৰ পিনে চেকুৰী থকা বাছ ট্ৰাম টেক্সীবোৰ দেখোঁ, তেতিয়া যদি মোক কোনোবাই এই প্ৰশ্ন সোধে মই নিদ্বিধাই উত্তৰ দিম—এই চহৰখন আচলতে এই যদুবংশ কেৰাণী কুলৰ। দহটাৰ আগেয়ে গন্তব্য স্থান পাবই লাগিব—এতেকে বাচ মিনিবাচ ডিলুকচ টেক্সী য'তে পৰা বাদুলী হৈ ওলমি যোৱা হাতে-হাতে টিফিন বক্স অথবা হেণ্ডবেগ একোটা একোটা লৈ, মুখে-মুখে উদগ্ৰীৱতা আৰু বিৰক্তি সানি লৈ। যেতিয়া এই সব মনুষ্য প্ৰবৰ একমনে অফিছ অভিমুখী, তেতিয়াহে কলিকতাই প্ৰাণ পাই উঠে নেকি?

বাছখন এতিয়াও এৰা নাই। লজেঞ্চ বিক্ৰী কৰোঁতা ঢোল বজাই কাৱালী গাই পইচা খোজা সৰু মুচলমান লৰা দুটা আৰু কণ্ডাক্টৰৰ অযথা চিঞৰৰ উপভোগ কৰি বহি থকা বাছযাত্ৰী অফিচৰ বাবুবোৰ, এইটো পৰিবেশলৈ এখন মাথোঁ চাদৰ পিন্ধি থকা ৰুক্ষবেশ কংকালসাৰ চেমনীয়া এটা। মাকৰ শ্ৰাদ্ধৰ বাবে পইচা লাগে তাক। এমাহো হোৱা নাই, তাৰ হেনো বিধৱা মাকজনী ঢুকাল। পিছপিনৰ পৰা এজন বাবু'ৰে তাক মাতিলে—"এই ছেলে! এদিকে আয়।" লৰাটো চুচুক্-চামককৈ আগবাঢ়ি গ'ল। কাষ চপাৰ লগে লগে মানুহজনে জোৰেৰে তাৰ কান্ধত খামুচি ধৰি খঙেৰে সুধিলে— "তোৰ মাৰৰ শ্ৰাদ্ধ হোৱাই নাই নে? যোৱা জানুৱাৰীতে তই ঠিক



এনেকৈ হাওড়াত মা মৰিছে বুলি ভিক্ষা খুজি ফুৰা নাছিলিনে? এইবাৰ তোৰ কোনজনী মাৰ মৰিছে বেজন্মা?"

জন্মদাত্ৰীৰ মৃত্যুৰ খবৰ বেচিবলৈ বাধ্য হোৱা নিঃসহায় সন্তান-বোৰক মধ্যবিত্ত কেৰাণীকুলৰ সন্মুখত নিৰ্যাতিত কৰোৱা কলিকতা, মা-সম্বলহীন সৰ্বহাৰাক মধ্যবিত্ত মনোবৃত্তিৰে উপহাস কৰা কলিকতাক মই মনে মনে চেলেঞ্জ দিছিলো—"হেৰা কলিকতা—মধ্যবিত্তৰ স্বৰ্গ, কেৰাণীকুলৰ আৰাধ্যা কলিকতা! তোমাৰ যদি সচাই ক্ষমতা থাকে এই বাছবোৰৰ অফিচগামী যাত্ৰী—লাখ লাখজনৰ মাজৰ পৰা, অন্তত: এখন এনেকুৱা উজ্বল মুখ দেখুওৱা যাৰ দুই ভুৰু বিৰক্তিত কোঁচ নাই খোৱা, যাৰ অবয়ব সন্তুষ্টিৰে সম্পূৰ্ণ এতিয়াও, এনেকুৱা অন্ততঃ এখন উজ্বল মুখ মোক দিয়া। পাৰিবা দিব?" কলিকতা মোৰ ওচৰত হাৰি গ'ল।

০ ০ ০

# দেওনাত এজন প্ৰতিভূ

এনেকুৱা ভিক্ষাৰীবোৰে সাধাৰণতে অসমীয়া নকয় – এনেকুৱা ভিক্ষাৰীবোৰে কথা কোৱাই শুনা নাযায় আচলতে। ই কিন্তু কয়। তাৰ মুখত অসমীয়াতে 'ভিক্ষা দিয়ক' বুলি শুনি প্ৰথমতে মই আচৰিতেই হৈছিলো। মানুহটোৰ জৰাজীৰ্ণ অৱস্থা ; এটা মাত্ৰ হাফপেণ্ট সোলোক ধোলোককৈ পিন্ধা। শৰীৰৰ হাড়ছালখিনিৰ ওপৰতো প্ৰায় প্ৰাতটো অংগতে ঘা। কেঁচ পকা মিহলি চুলিৰে মূৰটো, মূৰটোৰো কেবাটাও অংশত চুলি নাই তাৰ ঠাইত ওখ ওখ খহু। ভিক্ষাৰীটো কেনেকৈ আমাৰ চুবুৰীৰ এই ঠাইখিনি পালেহি তাকে ভাবি ভাবি মই পকেটৰ পৰা এটা দহ পইছা উলিয়াই দূৰৈৰ পৰা তাৰ পিনে দলিয়াই দিলো।

ভিক্ষাৰীটো ঠিক সেই ঠাইখিনিতে, মানে লেম্প্ প'ষ্টটোৰ তলত থাকি গ'ল। দেখিলেই বুজিব পাৰি তাৰ আয়ুস বৰ বেছি নাই ; লৰচৰ কৰিব পৰা শক্তিও লোপ পাই আহিছে লাহে লাহে। দেৱালখনত আউজি ফুটপাথতে বহি সি দিনটো ভিক্ষা খুজি থাকে। ৰাতি হলে লেঙেৰা ৰফিক দোকানীক পইচাখিনি দি তাৰ পৰাই কিবাকিবি লোফ বিস্কুট জাতীয় বস্তু কিনি খাই ঠাইতে শুই পৰে। কিছুদিন পিছত সি ভাত-পানীও খাব পোৱা হ'ল। চুবুৰীৰ ওচৰ-পাজৰৰ মানুহ খিনিয়ে দিনটো পেলনি যোৱা খোৱা বস্তুবোৰ গোটাই মেলি তাক দি যায়হি, সি হেপাহেৰে খায়। "ভিক্ষাৰীটো ইমান লেতেৰা, দেখিলেই ঘিণ লাগি যায়" তথাপি নীলিমাই ৰাতিৰ খোৱাৰ পিছত আমাৰ ঘৰৰ চুৱাখিনি খবৰকাগজ এখনেৰে বান্ধি লৈ গৈ তাৰ পৰা যথেষ্ট দূৰত ফুটপাথত থৈ আহেগৈ। ভিক্ষাৰীটোৱে চুচৰি চুচুৰি আহি চুৱাখিনি টানি লৈ যায়।

ভিক্ষা দিয়াৰ অনীহাৰ বাবেই নে ভিক্ষাৰীটোৰ গাৰ ভেকেটা ভেকেট গোন্ধৰ বাবেই জানো সি বহি থকা ফুটপাথটোৰে মানুহৰ অহা যোৱা কমি গ'ল। ফলত ওচৰৰে লেঙেৰা ৰফিকৰ পাণ



দোকানৰ বিক্ৰীও কমি গ'ল। তাকে লৈ ভিক্ষাৰীটো আৰু ৰফিকৰ মাজত খুব কাজিয়া লাগিল। "ঐ ভিক্ষাৰী, তই ইয়াৰ পৰা যাবি নে নাযাৱ"? "কেলেই যাম? এইটো তোৰ বাপেৰৰ ঘৰৰ ৰাস্তা নেকি? এইটো চবৰে ৰাস্তা – মই ৰাস্তাতহে বহি-আছোঁ"। কাজিয়াৰ অন্তত ঠিক হ'ল ৰফিকে ভিক্ষাৰীটোক থাকিবলৈ দিব আৰু তাৰ বিনিময়ত ভিক্ষাৰীটোৱে তাৰ দিনটোৰ উপাৰ্জনৰ এটা বুজন অংশ লেঙেৰা ৰফিকক দিব। মই গধূলিৰে পৰা ৰাতিলৈ সমুখৰ বাৰান্দাত চুপচাপ বহি থাকোঁ। বহিয়েই ভিক্ষাৰীটো আৰু লেঙেৰা ৰফিকৰ মাজৰ বাক-বিতণ্ডা-কাজিয়া-পেচাল – ৰং-ৰহইচৰ কথা চুপচাপ শুনি থাকোঁ। ঘৰৰ ভিতৰত দেউতাক তেওঁৰ কমৰ ভিতৰত তলা মাৰি থোৱা হয়। নীলিমা থাকে পাক ঘৰত। আমাৰ ল'ৰা-ছোৱালী নাই। ঘৰটো নিজম। চুবুৰীটোও নিজম। সন্ধিয়াৰ নিৰ্জনতা ভাঙি এখন দুখন গাড়ী যায় সমুখৰ ৰাস্তাৰে। ছিনেমা ভাগিলে মানুহৰ আহ-যাহ অলপ বাঢ়ে। তাৰ পিছত আকৌ নিস্তব্ধতা ; এনে সময়ত লেঙেৰা ৰফিক আৰু ভিক্ষাৰীটোৰ বাৰ্তালাপে মোক কিছু আমোদ দিয়ে।

"আজি আবেলি যে ধুনীয়াকৈ গাভৰু এজনী কোচত বাচ্চা এটা লৈ আহিছিল—তই যে বৰ ফিচ ফিচকৈ কথা পাতিছিলি—তাইৰ লগত তোৰ পীৰিত নেকি ?"

"ধেৎ—সেইজনী মোৰ বিবি হয়।" ৰফিকৰ লাজুকীয়া উত্তৰ শুনি ভিক্ষাৰীটোৱে খুক খুককৈ হাঁহে।

"সেইজনী যদি তোৰ ঘৈণীয়েৰ হয়, তাইনো তোৰ লগত নাথাকে কেলেই ?"

এইটো ৰহস্যৰ অন্তৰালত ৰফিকৰ এটা ঘটনা আছে। ৰফিকে এসময়ত মিল এটাত কাম কৰিছিল। কাম কৰি থাকোতেই এদিন তাৰ ভৰিখন কাটিল কাৰখানাতে। মিলৰ মালিকে হস্পিটেলৰ খৰচখিনি বহন কৰিলে যদিও তাৰ বেচি একো দিবলৈ ৰাজী নহ'ল। কম্পেন ছেচন্, গ্ৰে'চুইটি এইবোৰৰ নামকে শুনিব নোখোজে। তাকে লৈ শ্ৰমিকবোৰে ধৰ্মঘট কৰি দিলে। আমি তেতিয়া কলেজত ইউনিয়ন টিউনিয়ন কৰোঁ। ৰফিক আমাৰ চুবুৰীৰে, গতিকে ময়েই অলপ আগবাঢ়ি চহৰৰ ছাত্ৰ সংগঠনবোৰক ৰফিকৰ সন্দৰ্ভত হোৱা শ্ৰমিক

আন্দোলনটোত সমৰ্থন দিবলৈ আগবঢ়াই আনিলোঁ। এইবাৰ গুজৰাটী মালিকজনে অলপ ভয় খালে। তেৱেঁই আগবাঢ়ি ৰফিকৰ এই পাণ-তামোলৰ দোকানখন বহুৱাই দিলে। ৰফিকৰ ঘৈণীয়েকক নিজৰ ঘৰত আশ্ৰয় পাতি ললে। ঘৈণীয়েক মালিকৰ ঘৰতে থকা হ'ল, ৰফিক দোকানখনতে। ৰফিকৰ দোকানৰ অৱস্থা লাহে লাহে পৰি আহিল, তাৰ ঘৈণীয়েকৰ স্বাস্থ্য লাহে লাহে ঠন ধৰি উঠিল। তাকে লৈ সিহঁত দুটাৰ মাজত এদিন তুমুল কাজিয়া লাগিল। ৰফিকে তাইক তালাক দিওঁ বুলি ধমকিও দিলে। ঘৈণীয়েকে মোহৰাণাৰ কথা তুলিলতহে ৰফিক ঠাণ্ডা হ'ল। সিমান টকা একেলগে দি তালাক লোৱাৰ ক্ষমতা এতিয়া লেঙেৰা ৰফিকৰ নাই।

তাৰ পিছতে কিন্তু বহুদিনলৈ তাই সদায় মালিকৰ ঘৰৰ পৰা ভাত লৈ আহি ৰফিকক খুৱাই আছিল। মাজতে কিন্তু চকু চৰহা কিছুমানে আকৌ ৰফিকৰ সমুখত গুজৰাটী ব্যৱসায়ীজন আৰু ৰফিকৰ ঘৈণীয়েকৰ মাজত সঁচাই মিছাই কিছুমান কেলেংকাৰীৰ হিচাব দিবলৈ আৰম্ভ কৰিলে। ফলত আকৌ এবাৰ সিহঁত দুটাৰ মাজত তয়ামধ্যা কাজিয়া লাগিল। বহুদিনলৈ সিহঁতহালৰ কথাবতৰা, মাতবোল, অহা-যোৱা চব বন্ধ হৈ আছিল। এতিয়া আকৌ তাই কুমলিব ধৰিছে। এইপিনে আহিলে তাই দুই চাৰি মিনিট ৰফিকৰ লগত কথা পাতি যায়। ৰফিক ধন্য হৈ যায়।

"ঠগ! ঠগ! চব চালা ঠগ!!" দেউতাৰ কমৰ পৰা শব্দ শুনা গ'ল। দেউতাৰ আকৌ মূৰত গৰম উঠিছে। তেওঁ থকা কমৰ মজিয়াত দুপ দাপ অসহজ খোজৰ শব্দ শুনা গল। মই উঠি নগলো। দেউতাই ভোৰভোৰাব ধৰিলে। দেউতাৰ আজিকালি পাগলামি বাঢ়িছে। কেতিয়াবা ধৰি ৰখাও টান হৈ পৰে। পগলা মানুহৰ গাত জোৰ বেছি হয়। সেয়ে আজিকালি দেউতাক কোঠাটোত বন্ধ কৰি ৰাখোঁ।

"ঠগ! ঠগ! চব চালা ঠগ!!" দেউতাই আকৌ চিঞৰিলে। দেউতাই প্ৰায়ে এনেকৈ চিঞৰে। দেউতাৰ মতে তেওঁক চবেই ঠগালে। দাদাক দেউতাই অত্যধিক মৰম কৰিছিল। দাদা পঢ়াশুনাতো বেছ চোকা আছিল। স্পে'ছ ছাইঞ্চ আৰু ৰকেট্ৰিত ৰিছাৰ্চ কৰিবলৈ গৈ তেওঁ



আমেৰিকাৰ পৰা উভতি নাহিল যি নাহিলেই। দেউতাই বৰ আঘাত পালে। পিছত খবৰ গালো তেওঁ আমাক নজনোৱাকৈয়ে প'ৰ্টুৰিকান ছোৱালী এজনী বিয়া কৰালে। এতিয়া আমাৰ মাজত সম্পৰ্ক নাই বুলিলেও হয়। দাদাৰ কাণ্ড-কাৰখানা দেখি আৰু ভাইটি ঘৰৰ পৰা ওলাই যোৱাৰ পিছত দেউতাৰ মূৰৰ বিকৃতিয়ে দেখা দিয়ে। মই আৰু ভাইটি দুয়োটাই পঢ়া শুনা বাদ দি দেশৰ ৰাজনীতিত বেছিকৈ মূৰ ঘমাব আৰম্ভ কৰিছিলোঁ। ভাইটিয়ে চৰম বাওঁপন্থী দল এটাত যোগ দি আণ্ডাৰ গ্ৰাউণ্ড হৈ গ'ল। মোৰো যোৱাৰ ইচ্ছা আছিল। কাৰণ আমাৰ মৰমৰ দেশখনৰ এনেকুৱা জহি-খহি গেলি-পচি যোৱা অৱস্থাত গৰীব-দুখীয়াৰ মুক্তিৰ হকে সৎ আন্দোলন এটা গঢ়ি তুলিবলৈ হ'লে ভাইটো ওলাই যোৱা পথৰ অন্যথা ঠিক সেই সময়ত দেশৰ তৰুণখিনিৰ আগত নাছিল। এতিয়াও নাই নেকি? মই যাব নোৱাৰিলোঁ, কাৰণ হাজাৰ হলেও মই সুবিধাবাদী মধ্যবিত্ত ঘৰৰ লৰা, আৰু ভাইটিৰ দৰে সৎ আৰু সৰল আৰু ছিন্ ছিয়াৰ মই কেতিয়াও নাছিলোঁ। সেয়ে ভাইটি ওলাই গ'ল ঘৰৰ পৰা। মই নগ'লো।

ভাইটি হেনো জলপাইগুৰিৰ ওচৰৰ ঠাই এখনত পুলিচৰ হাতত ধৰা পৰিল। কেন্দ্ৰত জনতা চৰকাৰ হোৱাৰ পিছত এনেকুৱা বন্দী-বোৰক মুক্তি দিয়াৰ কথা আমি হওঁতে শুনিছোঁ। কিন্তু ভাইটি-কচোন এতিয়াও এৰি দিয়া নাই। কিছুমানক হেনো জেলৰ পৰা এৰি দিয়াৰ অলপ পিছতে আকৌ মনে সজা কিছু অপৰাধত তৎ-ক্ষণাত গ্ৰেপ্তাৰ কৰা হৈছে। আৰ তাৰ মুখে শুনিছোঁ অৱশ্যে, যে ভাইটি কলিকতাৰ জেল এখনত আছে। জীয়াই আছে। মুক্তি দিয়াৰ নামত মহামান্য চৰকাৰেও ঠগে। দেউতাই কোৱা কথাই ঠিক— চব ঠগ্ চৌদিশে কেৱল ঠগেই ঠগ।

"চাৰিআলিৰ দোকানৰ পৰা যে আজি কণী চাৰিটা আনিছা— তাৰ তিনিটাই গেলা ওলাইছে।" হঠাতে নীলিমাই আহি কোৱা এই কথাখিনিয়ে মোৰ চিন্তাত ব্যাঘাট নজন্মালে। কাৰণ ইয়াতো সেই ঠগৰ গন্ধ। চাৰিআলিৰ দোকানৰ সেই বিহাৰীটো। মস্ত এটা ঠগ। চাৰে চাৰি লিটাৰ কেৰাচিন দি হাঁহি মুখে পাঁচ লিটাৰ

বুলি চলাই দিব পাৰে। এনে ঠগ এটাকো সেইদিনা পশ্চিমৰ গিনৰ ল'ৰা এটাই ঠগাই থৈ গ'ল। দহ টকীয়া ন'ট এশ টকীয়া কৰিব পাৰে বুলি বিহাৰীটোৰ প্ৰায় ছশ মান টকা লৈ পলাল ঠগটো। বিহাৰীটোৱে পিছতহে তকিব পাৰিলে যে ল'ৰাটোৱে তাক বাকৈকৈয়ে ভুৱা দি গ'ল।

আনকি মই; এই যে ভীষণ সৎ হিচাবে নিজকে সজাই আন আন ভণ্ডবোৰৰ কথাহে মনত পেলাই আছোঁ—ময়ো জানো কম ঠগ? ময়ো জানো দেউতাক ঠগোৱা নাই? দেউতাই বিচৰা মতে পঢ়াশুনাও নকৰিলোঁ, ভাল চাকৰি এটাও লব নোৱাৰিলোঁ। দেউতাৰ মুখৰ বিকৃতি আৰম্ভ হোৱাত তেওঁৰ অফিছতে ছিম্পেথেটিক গ্ৰাউণ্ডত কেৰাণী হৈ সোমালো। আনপিনে বিয়াল্লিছত জেললৈ যোৱাৰ বাবে সামান্য যি কেইটকা চৰকাৰে পলিটিকেল পেঞ্চনাৰ হিচাবে দেউতাক দি আছে সেই টকা কেইটাও মই এৰি নিদিওঁ। অথচ এনে চৰকাৰৰ ঘৃণনীয় চৰিত্ৰৰ কথা কৈয়েই মই মোৰ ভাইটিক ঘৰ এৰি জেল খোৱালোগৈ। এনেবোৰ মোৰ ৰাজনৈতিক অনুভূতি, বিশ্বাস আৰু মোৰ আজিৰ জীৱনযাত্ৰাৰ মাজৰ বিশাল বিসংগতিয়ে মোকো জানো ঠগৰ পৰ্যায়ত নেপেলায়? অৱশ্যে সান্ত্বনা হিচাবে আজিৰ এই ভণ্ড পৃথিবীখনত সৎ বুলিবলৈনো কেইটা আছে এই ৰাস্তাৰ ভিক্ষাৰীটো আৰু অসম সাহসী মোৰ ভাইটিহঁতৰ দৰে প্ৰাণীবোৰৰ কথা বাদ দিলে?

ৰাতিপুৱা চাহকাপ খাই বিছনাত আৰাম কৰিছোঁ বাতৰি কাকতখন হাতত লৈ। বাহিৰত এটা হাই উৰুমিৰ শব্দ। ওলাই গৈ দেখিলো ৰাস্তাত জাম, মটৰ গাড়ীৰে ঠেক ৰাস্তাটো ঠাহ খাই পৰিছে। অসংখ্য মটৰ গাড়ীৰ ব্ৰেক লগোৱা হৰ্ণ, আগুৱাই যাব নোৱৰাত ড্ৰাইভাৰৰ মুখৰ গালি শপনিৰ শব্দৰে ৰাতিপুৱাটো ভৰি পৰিছে। ওচৰতে এটা ইংৰাজী মাধ্যমৰ প্ৰাইমাৰী স্কুল আছে; ধনী ধনী মানুহবোৰৰ ল'ৰা-ছোৱালীবোৰে পঢ়ে। এই ৰাতিপুৱাতে আমাৰ সন্মুখৰ বাটটোৰে এই চিকমিক্ গাড়ীবোৰে ধুনীয়া ধুনীয়া নোদোকা শিশুবোৰক স্কুলত এৰি যায়হি। একে সময়তে বহুত গাড়ী একেলগে আহে বাবে প্ৰায়েই বিশৃংখলাৰ সৃষ্টি হয়। ট্ৰেফিক জাম।



যেনে আজি। গাড়ীৰ ভিতৰৰ মানুহবোৰ অধৈৰ্য হৈ পৰে ধনী ধনী মানুহবোৰ। সিহঁতৰ খঙাল মুখবোৰ, সিহঁতৰ নিস্ফল ক্ৰোধখিনি উপভোগ কৰিবলৈ মই ৰফিকৰ পাণ দোকান পাওঁগৈ। পৰম তৃপ্তিৰে চাৰমিনাৰ এটা জ্বলাই ধনী ধনী মানুহবোৰৰ অসহায় অৱস্থাটো টুকি টুকি উপভোগ কৰোঁ।

ওচৰৰে কেখনমান গাড়ীৰ মানুহে ৰুমালেৰে নাক সোপা দিছে। দেখিলো কেজনমানে গাড়ীৰ ভিতৰৰ পৰাই কিবা বস্তু এটালৈ আঙুলিয়াইছে। সেই ভিক্ষাৰীটোলৈ। সি ফুটপাথতে দীঘল দি পৰি আছে। সি মৰিল নেকি? এনেতে ঘৰৰ বাবান্দাৰ পৰা নীলিমাই মোক হাত বাউল দি মাতিলে। অৰ্থাৎ অফিছৰ বাবে সাজু হবৰ সময় হ'ল। ৰৈ থকা গাড়ীবোৰৰ মাজেৰে মই আকৌ ৰাস্তাটো পাৰ হৈ ঘৰ সোমালোঁ।

কিছুপৰ পিছত অফিছলৈ বুলি ছাইকেলত উঠোতে দেখিলোঁ ৰাস্তাৰ ট্ৰেফিক জামটো নাই। কিন্তু বাটৰ বাটৰুৱাবোৰে ফুটপাথত পৰি থকা ভিক্ষাৰীটোৰ পিনে চাই চাই মুখত সোপা দি বেগাই পাৰ হৈ যাব ধৰিছে। অফিছৰ পৰা উভতি জোতা মোজা খোলাৰ সময়তে নীলিমাই আহি কলেহি, "আজি দেউতাই বৰ দিগদাৰী দিছে। গোটেই দুপৰীয়াটো চিঞৰি আছে—তেওঁৰ হেনো আমি খবৰেই নলওঁ। তেওঁক হেনো আমি তিল তিলকৈ মাৰি আছো—গোটেই দুপৰীয়ে শুনাকৈ ডাঙৰ ডাঙৰকৈ চিঞৰি আছে।" মই দেউতাৰ কোঠাৰ ওচৰলৈ গৈ গম ল'লোঁ তেওঁ তেতিয়াও বিৰবিৰাই আমাক, আমাৰ উদাসীনতাক শাওপাত যাচি আছে। এনেতে আমাৰ বাবান্দাত লেঙেৰা ৰফিকৰ গেঙৰ শব্দ শুনা গ'ল।

"বাবু! অ' বাবু! বাবু আহিল নেকি?" ভীষণ দৰ্কাৰ নপৰিলে ৰফিকে আমাৰ ঘৰলৈ কেতিয়াও এনেকৈ নাহে। মই ওলাই গলোঁ, "কি অ'—কি হ'ল?"

"বাবু দোকানৰ ওচৰৰ ভিক্ষাৰীটো যে—ভিক্ষাৰীটো ৰাস্তাতে পৰি মৰি আছে। তাৰ গাৰ পৰা ভেকেটা ভেকেট গোন্ধ ওলাব ধৰিছে। মই দিনটো কেইজনক ক'লো—কিবা এটা কৰ। কিবা এটা কৰ। কাৰো কাণষাৰ নাই। এতিয়া আপোনাকেই বিচাৰি আহিছোঁ।

কিবা এটা কৰক আৰু।''

কথাটো শুনি মোৰ গা বেজ বেজাই গ'ল। আজি গোটেই দিনটো গেন্ধেলা ভিক্ষাৰীটো ৰাস্তাতে মৰি পৰি আছে এই গেলা গৰমত। অথচ কোনেও একো কৰা নাই। দিনটোত ৰাস্তাৰে কিমান মানুহ আহিছে, গৈছে অথচ কোনেও কিবা এটা কৰাৰ দৰ্কাৰ বোধ কৰা নাইনে? কাৰো বিবেকত অকনো ৰেখাপাত হোৱা নাইনে?

আজিৰ এই সময়খিনিত আমাৰ দেশখন, দেশৰ সক্ষম জন-সাধাৰণ—উচ্চবিত্ত, মধ্যবিত্তখিনি, এই আমিবোৰ, আমি চবেই নিৰ্মম ভাবে স্বাৰ্থপৰ হৈ গৈছোঁ। "ছাৰভাইভেল অফ দ্য ফিটেণ্ট" হৈ পৰিছে আজিৰ মূলমন্ত্ৰ। দুৰ্বলৰ ওপৰত ক'ত কোন পিনে কিমান অন্যায় অনাচাৰ চলি আছে তাৰ পিনে কাৰো কাণষাৰ নাই। সকলোৱে নিজ নিজ নৰক নিৰ্মাণত ব্যস্ত। এক ঘৃণীয়া ব্যৱস্থাৰ আমি সকলোৱে অংশ স্বৰূপ হৈ পৰিছো। ফলত গুজৰাটী ব্যৱসায়ীটোৱে ৰফিক-হঁতক ঠগাব পাৰিছে, আলি মূৰৰ দোকানীটোৱে চুবুৰীৰ মানুহখিনিক ঠগাব পাৰিছে, উপযুক্ত চাকৰি নাই বাবে দাদাহঁতৰ দৰে উচ্চ-শিক্ষিতবোৰে বিদেশত থিতাপি ল'ব লগাত পৰিছে। দেশৰ দহৰ সমাজৰ চিন্তা কৰা ভাইটিহঁতৰ দৰে হাজাৰ বিজাৰ জন জেলত পচিব লগাত পৰিছে; সমুখৰ এই ভিক্ষাৰীটোৰ দৰে লাখ লাখ অক্ষম অশিক্ষিত জনে সৰ্বস্বান্ত হৈ দাৰিদ্ৰৰ ফুটপাথত বহিব লগাত পৰিছে। অথচ মোৰ দৰে চালাক মধ্যবিত্তবোৰে এনে কুটিল সময়তো বেছ ভালকৈ ছাৰভাইভ কৰি আছোঁ। কাৰণ আমিবোৰে, মধ্যবিত্তবোৰে চকুৰ সমুখতে ঘটি থকা এনেবোৰ অন্যায় বিসংগতিলৈ কোনোক্ৰমেই চকু নিদিওঁ। আমি মাথো নিজা নিজা প্ৰাণ বচোৱাৰ তাগিদাত মছগুল। তাৰ বাবে, আজিৰ এই কুটিল সময়, এই দেশখনৰ ততো-ধিক কুটিল ব্যৱস্থাৰ সতে দ্বিধাহীন ভাবে আমি আপোচ কৰি যাম। আমাৰ ঘৰৰ সমুখতে কাৰোবাৰ মৃতদেহ গেলি পচি নাইকিয়া হৈ যাব। গোন্ধাব। কিন্তু আমি তাৰ প্ৰতি কটাক্ষ পৰ্যন্ত নকৰিম।

মই প্ৰথমতে গলো চুবুৰীৰে ইনকাম টেক্স অফিছাৰজনৰ ঘৰলৈ, তাৰ পৰা মিউনিছিপেলিটিলৈ ফোন কৰিলো—দঁবোৱান এটাই ধৰিলে—'ৰৰাচাহেব'' নাই, কোনো চাহাবেই নাই। ৰাস্তাৰ মৃতদেহৰ



বাবে দাবোৱানে একো কৰিব নোৱাৰে। হস্পিটেললৈ ফোন কৰিলো—কোনে ধৰিলে জানো, সুধিলে, বডিটো কিমান দেৰী পৰি আছে? মই কলো "গোটেই দিনটো। সুধিলে "জীয়াই আছে নে মৰিল?" ক'লো "মৰিল।" "তেনেহলে আমাৰ কৰিব লগা একো নাই" এই বুলি ফোনৰ কানেকচন কাটি দিলে। ভাৰতীয় সংখ্যা গৰিষ্ঠ গৰীবজনৰ প্ৰতিভুৰ শেষ ব্যৱস্থাৰ বাবে আমাৰ দেশৰ কোনো সংস্থাই একো নকৰিব নেকি?

ফোন কৰি উভতি আহোঁতে বাটতে ঝগৰুক পালো। সি মিউনিছিপেলিটিৰ জামাদাৰ। ছেনিটাৰীটো নবনোৱালৈকে সিয়েই আমাৰ ঘৰৰ পিছপিনলৈ দৈনিক অহা যোৱা কৰিছিল। মই তাক পায়েই হাতে ভৰিয়ে ধৰি অনাদি ধৰি আনি ৰফিকৰ দোকানৰ কাষ পোৱালোহি, "ঝগৰু, চাচোন চা—সৌটো পৰি আছে। কি কৰা যায় কচোন এতিয়া।" ঝগৰু নাকত কাপোৰ বান্ধি ভিক্ষাৰীটোৰ ওচৰলৈ গ'ল—ভাৰতবৰ্ষৰ এক নাগৰিকে আন এক নাগৰিকৰ শৰীৰটো ইফাল সিফাল কৰি চালে—আৰু অলপ পিছতে মোৰ পিনে মূৰ তুলি চাই কলে,—"বাবু, মৰা নাই। ৰাচি আছে।"

+ +

# 'নেপাম' পাৰ হৈ হ'াহি

কোঠাটোত প্ৰায় চল্লিশজন মান দৰ্শক। টিঙৰ ফ'ল্ডিং চেয়াৰত বহি। সমুখত এখন বগা পৰ্দা। পিছপিনৰ পৰা মেচিনটোত ঘৰ্-ঘৰনি আৰম্ভ হ'ল। কোনোবাই কোঠাটোৰ লাইট নুমাই দিলে। এন্ধাৰ। এতিয়া ছবি আৰম্ভ হ'ব। উৎপলে তোলা ছবি। উৎপলে শেষ কৰি যাব নোৱাৰা চুটি ছবিখনৰ আধৰুৱা অংশ। পৰ্দাখনৰ ওপৰত মনিব নোৱাৰা কিছুমান কঁপা কঁপা ছা পৰিল। ভীষণ অস্পষ্ট। মেচিন অপাৰেটৰ জনে ফ'কাচ ক'ৰিব পৰা নাই।

ঘটনাটো আৰম্ভ হৈছিল মোৰ টেবুলতে। বেংক এটাৰ কলিকতাৰ হেড অফিচত মই এজন সৰু সুৰা অফিচাৰ। মোৰ ওচৰলৈ আহিল উৎপল। উৎপল মোৰ ক্লাচমে'ট। অদ্ভুত টেলেণ্টে'ড্। ভীষণ ধুনীয়া ধুনীয়া ছবি আঁকি স্কুলীয়া দিনতে সি বিখ্যাত হৈ পৰিছিল। মেট্ৰিক পাছ কৰিয়েই সি ঘৰৰ পৰা পলাল। বোম্বেলৈ। ছবি অঁকা শিকিবলৈ। তাৰ পিছত আৰু তাৰ খবৰ নেপাওঁ। ঘুনুক ঘানাককৈ চাহৰ আড্ডাত মাজে মাজে তাৰ কথা ওলায় চেগাচোৰোকাকৈ তাৰ খবৰবোৰ: সি হেনো বোম্বে'ৰ ফুটপাথত থাকে—সি হেনো নক্শাল হৈ গৈছে—ধুৎ কোনে কৈছে নক্শাল, সি এতিয়া হিন্দী চিনেমাৰ পষ্টাৰ আঁকি ফুৰে ৰাস্তাই ৰাস্তাই—সি হেনো জে'লত—পাচপ'ৰ্ট নোহোৱাকৈ ফ্ৰাঞ্চলৈ পলাব ধৰিছিল হেনো—জাহাজ এৰাৰ আগেয়েই ধৰা পৰিলে। এনেকৈ দীৰ্ঘদিন অনুপস্থিত হৈ থাকিলেও সি আমাৰ বন্ধুবোৰৰ মাজত আড্ডাৰ এটা মুখৰোচক সফুঁৰা। তাৰ পিছতো বহুত দিন গ'ল। মই চাকৰিত কলিকতালৈ আহিবলগীয়া হ'ল। আৰু এদিন মোক আচৰিত কৰি দি হঠাৎ মোৰ অফিচত উৎপল। অসম হাউচত বিহু খাবলৈ গৈ মোৰ ভু পাই এইখিনি পাইছেহি।

সি বিশেষ দৰ্কাৰত মোৰ ওচৰলৈ আহিছে। সি এখন চুটি



ছবি কৰিব ওলাইছে যাৰ আধা আধি চুটিং ইতিমধ্যেই শেষ। ধাৰ লৈ ছবিখন বনাব ওলাইছিল। বন্ধকত দিছিল তাৰ ঘৈণীয়েকৰ গহনা। ইতিমধ্যেই নিয়ম মতে চুটিং শেষ হৈ যাব লাগিছিল। কিন্তু শেষ কৰিব নোৱাৰাৰ বাবে ভীষণ বিপদত পৰিছে বেচাৰা। সি বিয়াও কৰালে মাজতে। তাৰ দৰেই ছবি অঁকা গুজৰাটী ছোৱালী এজনী। কলিকতাত ঘৰ। পদ্মা ঠক্কৰ। তাৰ দৰেই পদ্মাৰো ঘৰৰ লগত সম্পৰ্ক নাই। দুয়ো ছবি আঁকি ছবি বেছি অকণমান ফ্লেট এটা ভাৰালৈ কলিকতাত ইমানদিনে নিৰ্বিবাদে কটাই আছিল।

হঠাতে সিদিনাখন কি হ'ল বুইছ—এখন সাধাৰণ ফটো—ভিয়েটনামী বাপেকৰ কোলাত অকণমান শিশু এটা—নেপামবোমে ছাৰ-খাৰ কৰি যোৱা মুখ এখনেৰে নিস্পাপ শিশু এটা। কাৰ বাৰ প্লামফেটত ছপোৱা সাধাৰণ ছবিখন। সেই ছবিখনে মোৰ মনত জুই লগাই দিলে। ঠিক কৰিলো—এখন ডকুমেণ্টৰী বনাম। ডকুমেণ্টৰীখনৰ মূল চৰিত্ৰটো হব সেই নেপাম বোমে ডাকি যোৱা শিশুটোৰ সাৰল্যখিনি।

পদ্মাই মানে উৎপলৰ ঘৈণীয়েকে কাম কৰিছিল এটা Advertisement এজেন্সীৰ কমাৰ্ছিয়েল আৰ্টিষ্ট হিচাপে। সেই এজেন্সীৰ মালিকজনে সিহঁত দুয়োকো উৎসাহ দিলে। ক'লে, ছবিখন সঁচাই যদি বনোৱা হয় তেন্তে, উনাশীৰ International year of the Child-ত বেচ সমাদৰ পাব। কিনোতাৰো অভাৱ নহব কিজানি।

বেচেৰাৰ কাৰণে মোৰ দুখ লাগিল। ছবিখন শেষ নহওঁতেই তাৰ নায়ক শিশুজন জ্বৰত পৰিল। চুটিং আধৰুৱা হৈ ৰ'ল। ইপিনে সি যিজন ফাইনেঞ্চাৰৰ পৰা টকা ধাৰে লৈছিল সেই মাৰোৱাৰীটোৱে তাৰ পৰা টকা সাধিবলৈ আৰম্ভ কৰিলে। বন্ধকত দিয়া পদ্মাৰ গহনা খিনিতো ৰাখিলেই এতিয়া তাৰ ফিল্মখনৰ আধৰুৱা ৰাচ্ প্ৰিটটোও তাৰ ঘৰৰ পৰা বাজেয়াপ্ত কৰি লৈ গ'ল। সি ভীষণ বিপদত। সি অসম হাউচত বিহু খাবলৈ গৈ মোৰ কলিকতালৈ

ট্ৰেঞ্চপাৰৰ খবৰ পাই এতিয়া মোৰ কাষ পাইছেহি। মই তাক হেল্প্ কৰিব পাৰিমনে? বেংকৰ পৰা লোণ এটা চেংচন কৰাই দিব পাৰিমনে?

চাৰ ল'ৰাজন টেলেণ্টেড্! মোৰ সৰু কালিৰে বন্ধু। খুব ভাল ছবি আঁকে। ডকুমেণ্টৰীখন Complete হৈ গলে কিনোতা নিশ্চয় ওলাব চাৰ।

—কিন্তু আপোনাৰ বন্ধুৱে আগেয়ে ছবি কৰিছে জানো? Is he experienced?

—নাই চাৰ, কিন্তু সি খুব ভাল ছবি আঁকে। কলিকতাৰ art circle অত তাৰ ভাল নাম আছে। সি artistically-inclined। সি তোলা documentary নিশ্চয় ভাল হ'ব।

—নাই নাই How can you be so sure? চবেইতো সত্যজিৎ ৰায় হ'ব নোৱাৰে। অ'-চি গাংগুলী, পুৰ্ণেন্দু পত্ৰী এওঁ-লোকো নামী artist কিন্তু ক'তা এওঁলোকৰ চিনেমা বিক্ৰী নহয়চোন। তদুপৰি আপোনাৰ বন্ধুৱে কিবা guarantee কিবা security দিব পাৰিব জানো?

Loan টোৰ বাবে মোৰ উৰ্দ্ধতন জন মান্তি নোহোৱা বুলি শুনি উৎপল খুব agitated হৈ গ'ল—নাই নাই তোৰ Boss মান্তি নহ'ব কেলেই, নিশ্চয় মান্তি হ'ব। ইমান বঢ়িয়া এটা Theme। এই যে আমাৰ দেশ আমাৰ দেশৰ ভৱিষ্যৎ এই শিশুবোৰ; এই শিশুবোৰৰ ওপৰত কিমান অত্যাচাৰ চলিছে। কলিকতাৰ শিশুবোৰলৈ চা—খেলিবলৈ পাৰ্ক ফিল্ডবোৰত কেনেকৈ Multistoried ঘৰ উঠিব ধৰিছে Underground Railway হ'ব ধৰিছে। বঙালী মধ্যবিত্ত শিশুক মাক-দেউতাকহঁতে ভৱিষ্যতৰ লোভত পৰি জোৰকৈ ইংৰাজী ক'ব শিকাইছে। নিম্নবিত্তবোৰৰ কথা নকওঁৱেই ফুটপাথত পোৱা-বোৰৰ কথা নকওঁৱেই। তয়েই ভাবি চাচোন। ইহঁতৰ এই দেশৰ ভৱিষ্যত খিনিৰ কথা মই যদি চিনেমাৰে ইহঁতৰ ওপৰত চলি থকা



অত্যাচাৰবোৰৰ কথা তুলি ধৰোঁ কিমান ভাল কথা হ'ব। সেই ভিয়েৎ-নামী শিশুটোৰ কথা দুনিয়াৰ মানুহে জানিব পৰাটো তই নিবিচাৰ নেকি?

মাজতে কলাজ:

…চুবুৰীৰ প্ৰফেচাৰ জনৰ ঘৰৰ পৰা পাকঘৰৰ পেলনীয়া ৰাস্তাত পেলাব আনিছে চাৰি পাঁচ বছৰীয়া চাকৰণী ছোৱালীজনীয়ে। তাই সন্দিগ্ধ চকুৰে ইফালে সিফালে চালে। পেলনীয়া খিনিৰ মাজৰ পৰা কিবা এটা তুলি লৈ মুখত ভৰালে তাই; খোৱা বস্তু নেকি? চোবাই চোবাই হাতখন ফটা চোলাটোত মচি বেগাই তাই ঘৰৰ পিনে খোজ ললে। ........

… কলিকতাৰ ব্যস্ততাৰ মাজত বৰষুণ। প্ৰেমিকাৰ সৈতে ছবি চাই ওলাই আহি বিমোৰত পৰিছোঁ বাছ ট্ৰামত সাংঘাতিক ভীৰ। অকণমান কলা মলা ল'ৰা এটাই উৎসুকতাৰে মোক সুধিলে "বাবু টেক্সী জোগাৰ কৰি দিম একটকা লাগিব।" ৰাস্তাৰে বিভিন্ন গাড়ী বেগাই যাব ধৰিছে। বৰষুণৰ বতৰত টেক্সী পোৱাই টান। মই তাক কথা দিলো "টেক্সী পালে এটকা দিম।" ল'ৰাটোৱে বৰষুণৰ মাজতে দুৰৈত ৰাস্তাৰ সিপাৰে ৰ'ব ধৰা টেক্সীখনৰ পিনে গাড়ীঘোৰাৰ মাজেৰেই দৌৰ দিলে। বৰষুণত ৰাস্তাত সি পিছল খাই পৰি যায় যদি speed অত আহি থকা গাড়ী এখনৰ ঠিক সন্মুখতে?.........

......ছোটনাগপুৰৰ জংগলৰ মাজেৰে এৰাৰ এৰাতি বহুদূৰ জীপ চলাই আহি ভোক লগাত কিবা খাবৰ মন গ'ল। ৰাস্তাৰ দাঁতিত পাঞ্জাৱী ধাবা এখন দেখি গাড়ী ৰখালো। মাংস পৰঠা খাম। বন্ধুজনে লগতে এটুপি ধৰাৰ প্ৰস্তাৱ দিলে। দোকানত নাই। ওচৰৰ পৰা অনাই দিব পাৰে। দুখন দহটকীয়া নোট পাঞ্জাৱীজনক দিলোঁ। একাষে কুচিমুচি শুই থকা টোপনিত লালকাল আঠ ন বছৰীয়া ল'ৰা এটাক পাঞ্জাৱীজনে উঠাব ধৰিলে। সি নুঠে। শেষত পাঞ্জাৱীজনে "আবে' অ'ম্ন' লো'ওণ্ডে' উঠ্তা কি নাই বে' চালে'।" বুলি ল'ৰাটোৰ পিঠিত সি এটা প্ৰচণ্ড লাঠি লগালে তাৰ শব্দতে ওচৰতে শুই থকা কুকুৰ এটাই কেওঁ কেওঁ কৰি দৌৰ লগালে।......

...... সমবেত ৰাইজৰ পিনে চাই মানুহজনে ঘটনাস্থলীৰ কেন্দ্র বিন্দুত শুই থকা ল'ৰাটোৰ উদং পেটটোত কটাৰীৰে ৰেপী দিলে। অলপ পিছত তেজৰ ফিনিকি ওলাব। ল'ৰাজনৰ ঘাত মানুহজনে বিজ্ঞাপন কৰিব ওলোৱা মলমটো লগাই দিয়া হ'ব। তেজ বন্ধ হ'ব। কিন্তু সেই ল'ৰাজনৰ ঘাটো তেনেকৈয়ে থাকিব। সদায় সদায় মানুহজনৰ মলম বিক্রী হব। সদায় সদায় ল'ৰাজনৰ পেটত আকৌ কটাৰী পৰিব। .........

কলাজ শেষ ঃ

.......নাই নাই তোৰ Boss নিশ্চয় মান্তি হ'ব। Loan টো মই পামেই। কি এখন সাংঘাতিক ছবি হ'ব তই ভাবি চাচোন। Script টো পঢ়িলে গম পাবি। তোৰ Boss অক মই Script টো পঢ়িবলৈ দিম। তাৰ পিছত তেখেত ৰাজী হৈ যাব। মই কালি আহিম। Script টো লৈ আহিম।

সি নাহিল। Script টোও নানিলে। মই অলপ অবাক হলোঁ। সি অইন ঠাই ক'ৰবাত Loan পালে নেকি ? তাৰ address টোও নেজানো খবৰ ল'বলৈ। এনেতে এদিন এটা Phone আহিল। নাৰী কণ্ঠস্বৰ।

"মই পদ্মা। উৎপলৰ স্ত্রী।"

'অ' নমস্কাৰ। খবৰ কওঁক। উৎপল ক'ত ?"

"উৎপল নাই। উৎপল ঢুকাল। আজি তাৰ গুণমুগ্ধ কেজনমানে তাৰ মৃত্যুৰ বাবে শোকসভা পাতিছে। উৎপলৰ আধৰুৱা ছবিখনো তাতে দেখুৱা হ'ব। আপুনি আহিলে ভাল পাম।"

উৎপলে আধাতোলা ছবি দেখুৱা শেষ হ'ল। শোকসভা শেষ হ'ল। পদ্মাই মোৰ ওচৰলৈ আহি এনভেলপ এটা দি কলে, "উৎপলে হস্পিটেলত শেষ মুহূর্ত্ত এই পাত কেখিলা আপোনাক দিবলৈ কৈছিল।" মই কিবা কোৱাৰ আগেয়ে পদ্মাক আন এজনী ছোৱালীয়ে আন এপিনে টানি লৈ গ'ল।



মই ঘৰত অৱকাশত এনভেলপটো খুলি দেখিলো কোচমোচ খোৱা তিনিখিলা কাগজ। কাগজ কেখিলাত ছবি আৰু উৎপলৰ হাতৰ আখৰ। তেজৰ চিন আৰু টায়াৰৰ আলকাতৰাৰ দাগ। উৎপলৰ script ৰ তিনিখিলা কাগজ। তাৰ পাঠোদ্ধাৰ সম্ভৱ নহয়। উৎপল তেনেহলে এক্সিডেন্টত ঢুকাল ? তেজ টায়াৰৰ দাগ। script খন বুকুত বান্ধি লৈ আমাৰ অফিচলৈ বুলি বাছত উঠিব ধৰোতেই পিছল খাই কিজানি উৎপল—। ইস্ ইস।

হলত কিছু অসন্তোষ জনক শব্দৰ উচ্চাৰণৰ প্রায় লগে লগে পৰ্দাৰ ছবি স্পষ্ট হৈ গ'ল। মেচিন অপাৰেটৰজনে ফ'কাচ ঠিক কৰি পেলাইছে। ডকুমেণ্টৰীখন এতিয়া ভালকৈ চাব পৰা যাব। দুই চেকেণ্ড মান এখন still ছবি দেখা গ'ল। উৎপলে বৰ্ণোৱা সেই ভিয়েটনামী ক্ষত বিক্ষত শিশুৰ মুখখন। পলকতে still ছবিখন মচি এখন নতুন ছবি পৰ্দাত পৰিল এখন সজীৱ moving ছবি। এটা ধুনীয়া ল'ৰাই দুয়োপাৰ দাঁত দেখুৱাই বিমল আনন্দত হাঁহি আছে। কিন্তু sound-track বন্ধ। বন্ধ কোঠাটোত আমি চল্লিশজন মান দৰ্শক। আমাৰ নিশব্দ উপস্থিতিক উলাই কৰি উৎপলৰ ছবিৰ নায়ক শিশুটোৱে পৰম আনন্দত হাঁহি আছে আমাৰ সমুখতে—। হাঁহি আছে ঠিকেই কিন্তু হাঁহিৰ খলকনি নাই।

———

# মূল চৰিত্ৰ ভিক্ষুক

এটা কথা আমি মনে মনে বাৰুকৈ উপলব্ধি কৰিছোঁ। কথাটো হ'ল : আজিকালি বাটে-পথে ভিক্ষাৰীৰ সংখ্যা অতিপাত বাঢ়িছে। 'বাটে-পথে' শব্দটো কাটি 'ভাৰতবৰ্ষ'ও লিখিব পাৰি। অৰ্থাৎ ভাৰতবৰ্ষত ভিক্ষাৰীৰ সংখ্যা অতিপাত বাঢ়িছে।

মাখনৰ আইতাকে ভিক্ষাৰীবোৰক মৰম কৰে। ভিক্ষাৰীবোৰ নেথাকিলে তেওঁৰ ধৰ্ম-কৰ্মত খুত বৈ গ'লহেঁতেন।

মাখনৰ প্ৰেমিকাইও ভিক্ষাৰীবোৰক মৰম কৰে। সমাজৰ এই অবাঞ্চিত প্ৰবঞ্চিত প্ৰাণীবোৰৰ প্ৰকৃত মুক্তিৰ বাবে তেওঁ যথেষ্ট চিন্তা-চৰ্চা কৰে।

মাখনে কিন্তু ভিক্ষাৰীবোৰক অকণো পছন্দ নকৰে। তাৰ মনত এটা অজান ভয় আছে : কেতিয়াবা যদি সিও এই ভিক্ষাৰীবোৰৰ এটা হৈ যায়, কিবা দুৰ্বিপাকত পৰি।

মাখনৰ আইতাকে পৰাপক্ষত ভিক্ষাৰীক সুদামুখে ওভোটাই নপঠিয়ায়। তেওঁৰ মতে "ভিক্ষাৰী সাক্ষাৎ নাৰায়ণ। ভিক্ষাৰীক সন্তুষ্ট কৰা ধৰ্মৰ কাম।" এতেকে পাৰ্য্যমানে ভিক্ষাৰীক ভিক্ষা দি বুঢ়ীয়ে ধৰ্ম কৰে। আগেয়ে কৰি অহা পাপৰ প্ৰায়চিত্তৰ বাবে চেষ্টা কৰে। মাখনৰ মনত পৰে, সি যেতিয়া সৰু আছিল, তেতিয়া আইতাই এটা সৰু মগেৰে প্ৰতিটো ভিক্ষাৰীক এক মগকৈ চাউল দিছিল। আজিকালি চহৰত চাউলৰ নাটনি। ৰেচনৰ চাউলখিনিৰেই অতিপাত দাম, তাকো পোৱা নেযায় মাজে মাজে। সেয়ে আইতাই ভিক্ষাৰীক চাউল নিদি আজিকালি দিয়ে পইচা—দুই তিনি বা পাঁচ পইচাৰ মুদ্ৰা। ঘৰত ভঙনীয়া নাথাকিলে অৱশ্যে ভিক্ষাৰীক নিৰাশ কৰিও পঠিওৱা হয়।

মাখনে কিন্তু এই ভিক্ষাৰীবোৰক মুঠেই দেখিব নোৱাৰে— যত চ'ৰ পেৰাচাইটৰ দল। দিনে দিনে আকৌ ইহঁতৰ সংখ্যা বাঢ়িহে যাব ধৰিছে। কাম-বন কৰিবলৈ নাই, খালি ঘৰৰ দুৱাৰমুখত থিয় হৈ



কাণৰ ওচৰত আহি চিঞৰ- "মা ভিক্ষা দিয়া, মা-ভিক্ষা দিয়া"। অসহ্য! তাতে আকৌ বদমাচহঁতে আইতাৰ বদান্যতাৰ কথা জানিবলৈ পাই আমাৰ ঘৰলৈহে লানি পাতিব পাৰে।

ভিক্ষা দিয়া হেনো ধৰ্মৰ কাম। আইতাৰো যে অলপ বেছি বেছি। ধৰ্ম ধৰ্মকৈ ইমান ঢোল পিটিবলৈ কি দৰকাৰ পৰিছে বাৰু? ধৰ্ম বুলিলে যে আইতা মৰিব পাৰে। মাখনৰ সেয়ে মাজে মাজে ভয় হয়। কৰবাত নন্দিনীৰ কথা জানিলে আইতাই তাক ভালকৈ ধমক লগাই দিব—"হেৰৌ, সেইজনী বিজতৰীয়া ছোৱালীৰ লগত কেলেই লম্ভিছগৈ? সিহঁত আমাতকৈ নীচ জাতৰ—নাজান নেকি? সেইজনীৰ লগত লেটি-পেটি কৰিলে তোৰ জাত যাব ; আমাৰো ধৰ্ম যাব। খবৰদাৰ বুলিছোঁ আজিৰ পৰা যদি শুনো তই তাইৰ লগ লাগিছ আকৌ।"

এনে এটা পৰিস্থিতিৰ এন্টিচিপেচনতেই মাখনে এম, এ, নপঢ়ি কন্ট্ৰেক্‌ট কৰাত লাগিল। এই চাৰি বছৰে বাচ বিচাৰ নোহোৱাকৈ সি যথেষ্ট টকা আৰ্জিলে। আজি সি এনে আৰ্থিক অৱস্থাত উপনীত যে ঘৰৰ পৰা বিৰোধ হলেও নন্দিনীৰ বাবে মাখনে এক কথাত সকলো ত্যাগ কৰিব পাৰে। নন্দিনী ধুনীয়া, নন্দিনী সুনয়না। সুগঠিত শৰীৰেৰে সংবেদী ছোৱালীজনীৰ বাবে বংশ, পৰিয়াল, সম্বন্ধ-সান্নিধ্য ত্যাগ কৰিব মাখনে।

সি বোধহয় আচলতে নন্দিনীৰ উপযুক্ত নহয়। কাৰণ নন্দিনী অনিন্দনীয়, নন্দিনী অনুপমা ; নন্দিনীয়ে যেতিয়া কথা কয়, তেতিয়া তাৰ মনৰ আকাশেৰে এজাক অচিন পখী কলকলাই হাঁহি উৰি যায় ; তাই যেতিয়া হাঁহে তাৰ শৰীৰ শিলেৰে আনন্দৰ জলপ্ৰপাত বৈ আহে ; অথবা তাই যেতিয়া মনে মনে বহি ৰয় আনমনা, তাইৰ নিশ্চুপ সান্নিধ্যই তাৰ হৃদয়ত প্ৰশান্তিৰ মহাসাগৰ ভৰাই তোলে। সি জানে সি ভাগ্যবান। সি নন্দিনীৰ দৰে ছোৱালীৰ ভাল পোৱা পাবলৈ সক্ষম হৈছে।

নন্দিনীক লৈ মাজে মাজে সি দিগদাৰীত পৰি যায়। ভিক্ষাৰীবোৰৰ প্ৰতি তাৰ বিৰূপ মনোভাব নন্দিনীয়ে পছন্দ নকৰে। সিদিনাৰ কথা, মাখন তাইৰে সৈতে 'কল্পনা'ত সোমাওঁ সোমাওঁ। এনেতে দিলেহি ভিক্ষাৰী বাচ্চা এটাই তাৰ ভৰি এখন চুই। সি খঙত একো নাই

"গুচ্ বুলি কৈছোঁ, এক পইচা নেপাৱ গুচ ?" বুলি কলো। দ্বিতীয় বাৰ বাচ্চাটোৱে তাক সেৱা কৰি কাকুতি জনাবলৈ লওতেই সি লগালে এক লাঠি।

"তুমি ইমান কঠোৰ কিয় বাৰু ?" নন্দিনীৰ প্ৰশ্ন ৰেষ্টুৰেন্টত বহাৰ পিছত।

"ভিক্ষাৰীটোৰ কথা সুধিছা ?"

"অঁ, সিতো তোমাৰ একো অপকাৰ কৰা নাছিল ?"

"এই ভিক্ষাৰীবোৰ এটা নুইচেঞ্চ বুইছা ? ভাৰতত যেতিয়ালৈকে ভিক্ষাৰী থাকিব তেতিয়ালৈকে দেশৰ উন্নতি নাই।"

"আচ্ছা বাৰু ; উন্নতি সাধিবলৈ তুমি এই ভিক্ষাৰীবোৰক খেদাবা কেনেকৈ কোৱাচোন ?" নন্দিনীৰ নিৰ্দোষ প্ৰশ্ন।

"ইয়ে'—চবকে ধৰি গুলীয়াই মাৰিব লাগে।"

"ঠিক আছে বাৰু, চব ভিক্ষাৰীকে মাৰি পেলালা—তেতিয়াও তো সমস্যাটো বৈ যাব। ধৰা, এতিয়া যিবোৰ মানুহ অতিকে গৰীব, কিন্তু ভিক্ষাৰী নহয়—ঠিক দুদিন পিছতে হয়তো ঘৰবাৰী এৰি ৰাস্তালৈ ওলাব লগীয়া অৱস্থাত এই এতিয়াৰ ভিক্ষাৰী বোৰক গুলিয়াই নিচিহ্ন কৰাৰ পিছত ইহঁতো ধৰা ভিক্ষাৰী হৈ গ'ল, তেতিয়া ? ধৰি ললো বাৰু, ইহঁতকো মাৰিলা, আকৌ কিছু পিছত যদি আন এচাম মানুহ ওলায়—নতুন ভিক্ষাৰী এচাম ? তেতিয়া কি কৰিবা ?"

"এনেকৈ যে নতুন নতুন ভিক্ষাৰী ওলাই থাকিব তাৰ কিবা মানে আছে নেকি ?" মাথনৰ অবুজ প্ৰশ্ন।

"এইখিনিতে তুমি ভুল কৰিছা মাখন, আমি যি সমাজ ব্যৱস্থাত বাস কৰিছোঁ—আজি এই সমাজত ইয়াৰ অন্যথা কেতিয়াও নহয়। আমাৰ দেশৰ নিয়ম-কানুনবোৰেই এনেকুৱা যে এচাম মানুহ ধনীৰ পৰা বেছি ধনী হৈ গৈ থাকিব আৰু আনবোৰ গৰীবৰ পৰা গৰিবতৰ হৈ গৈ থাকিব। আৰু তোমাৰ মোৰ দৰে মাজৰ ত্ৰিশংকু বিলাকে সমাজত উধাবলৈ ধনীৰ ওচৰত, টকাৰ ওচৰত নিজকে বিক্ৰী কৰি থাকিম সদায়। বুইছা মাখন—তুমি যদি সঁচাই দেশৰ উন্নতি বিচাৰা তেন্তে এতিয়াই ঠিক কৰি লোৱা, তুমি কাৰ বন্ধু হোৱা উচিত—ধনীৰ নে গৰীবৰ ?"



নন্দিনীৰ যুক্তিতৰ্কই, এনে ধৰণৰ নিখুঁত সংলাপে তাক সততে সংকিয়াই থাকে যে তাইৰ মনন, চিন্তন, ব্যক্তিত্ব তাতকৈ কেবা খাপো উচ্চতৰ, সি নন্দিনীৰ ঠিক উপযুক্ত নহয়। তথাপি নন্দিনীয়ে যে তাক প্ৰশ্ৰয় দি আছে, তাইৰ হিয়াৰ মৰমখিনি তাৰ বাবেই যে সাঁচি ৰাখিছে, এই কথাটোৰ বাবে মাখন নন্দিনীৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব পাৰে, নন্দিনীৰ বাবে গোটেই পৃথিৱীৰ বিৰুদ্ধে ৰণযাত্ৰা কৰিব পাৰে। তাৰ কৃতজ্ঞ চিত্তত এটাই মাথোঁ ভয় : যদি কেতিয়াবা নন্দিনীয়ে তাৰ নিঃকিন যথাৰ্থতাৰ কথা বাৰুকৈ গম পায়, তেতিয়া তাই, তাৰ ওচৰৰ পৰা চিৰদিনৰ বাবে দূৰলৈ আঁতৰি নাযায়তো ?

সিহঁত দুয়ো আন বহুতো প্ৰেমিক প্ৰেমিকাৰ দৰে একেলগে চিনেমা চালেগৈ। হলৰ পৰা ওলাই দুয়ো মটৰচাইকেলখনত বহিলগৈ। চিনেমা চাই ওভতা মানুহৰ ভিৰ কাটি কিছুদূৰ লাহে লাহে চলোৱাৰ পিচত, মানুহ সেৰেঙা হোৱাৰ লগে লগে 'বাইক'ত স্পীড দিলে মাখনে। এক মুহূৰ্ত পিচতে কি হ'ল জানো— ক'ৰবাৰপৰা এজনী ভিক্ষাৰী তাহি তাৰ ফ্ৰন্ট-হুইলৰ ঠিক সমুখতে পৰিল। সি তকিব পৰাৰ আগতেই ঘটনাটো ঘটি গ'ল। চকুৰ পচাৰতে সি দেখিবলৈ পালে, ছিটিকি পৰা নিঠৰুৱাজনীৰ শৰীৰৰ পৰা হোলোকা হোলোক তেজ ওলাই ফুটপাথ ৰঙা হৈ গৈছে তৎক্ষণাৎ। নন্দিনীৰ আপত্তি স্বত্বেও ৰাজহুৱা মাৰৰ ভয়ত, আৰু বেছি স্পীড দি ঘটনাস্থলীৰ পৰা ততালিকে, যিমানে পাৰি, দূৰলৈ পলোৱাৰ চেষ্টা কৰিলে।

এতিয়া তাৰ মগজুত দুটা ভয়।

প্ৰথম : যদি মানুহজনী মৰিল আৰু ঘটনাটোৰ কালপ্ৰিট বুলি যদি সি ধৰা পৰি যায়, তেনেহলে কি হব ?

দ্বিতীয় : নন্দিনীৰ চকুত আজি সি অতিকে নীচ হৈ গ'ল, সি নন্দিনীক আজিয়েই চিৰদিনৰ বাবে হেৰুৱালে নেকি।

সি ঠিক কৰিব পৰা নাই, কোনটো ভয়ে তাক বেছিকৈ বিহ্বল কৰিছে।

———

# অৰ্পিতাৰ এৰাতি

খিৰিকি কাষৰ এজনীয়া চিট দুটা জোৰা দি পতা বিছনাখনৰ একোণত বহি থুতৰিত হাত, চকু বাহিৰত, চকুত উদাসীনতা, বিষণ্ণতাও বুলিব পাৰি নেকি—ইপিনে ডবাটোৰ ভিতৰত কোনে কি কৰি আছে তাৰ পিনে ছোৱালীজনীৰ অকণো কৌতূহল নাই, শাৰীৰ অদৰ্কাৰী আচলখন কান্ধৰ ওপৰেৰে টানি নি শৰীৰৰ উৰ্দ্ধাংশ কৃপণতাৰে ঢাকি লৈ আনকি ভৰিৰ পতাখনো শাৰীৰ পাতলিৰ সম্পূৰ্ণ এন্ধাৰত এটা অলস ঔদাৰ্য্য তাইৰ সম্পূৰ্ণ অৱয়ৱত অৱস্থিত এটা সমৰ্পণৰ ভাব। ডবাটোৰ ভিতৰত থিতাপি লৈ উঠাৰ পিছত প্ৰথমবাৰৰ বাবে তাইক মন দি চাওঁতেই তাইৰ মুখভংগীত ফুটি উঠা চৰম সমৰ্পণৰ ভাৱটোৱে মোক আকৃষ্ট কৰে। মই মনে মনে ঠিক কৰোঁ কেতিয়াবা এই ছোৱালীজনীক লৈ গল্প লিখিলে তাইৰ নাম থম—অৰ্পিতা। অৰ্পিতা কি? গাংগুলী, নে আচাৰ্য্য, ৰায় নে মজুমদাৰ? কাৰণ ইতিমধ্যে তাইৰ দেউতাকৰ মুখত বঙালী মিহলোৱা হিন্দী (ভাত আনি দিয়া খানচামাটোৰ সৈতে ভাতৰ লগত দিয়া মাছৰ স্বাস্থ্য সম্পৰ্কীয় উত্তপ্ত বিতৰ্কৰ পৰা) শুনি মই নিশ্চিত যে ছোৱালীজনী—মানে অৰ্পিতা শাৰী পৰিহিতা ছদ্মবেশী অসমীয়া নহয়, তাই সঁচাই বঙালী—। অসমীয়াই হওক বা বঙালীয়ে হওক তাই মূলতঃ এজনী ছোৱালী, মোটামুটিকৈ ধুনীয়া এজনী ছোৱালী আৰু তাই বৰ্ত্তমান অন্য এক পৃথিৱীত বিচৰণৰতা, পাৰিপাৰ্শ্বিকৰ প্ৰতি সম্পূৰ্ণ অন্য মনস্ক, চুপচাপ খিৰিকিৰে বাহিৰৰ এন্ধাৰত এনে এক বিন্দুত মনোনিবেশ কৰাত ব্যস্ত তাই যাক অতি সহজে ইনফিনিটি নাম দিব পাৰি। তাইৰ এই অন্যমনস্ক সৌন্দৰ্য্যই চুম্বকৰ দৰে মোৰ মনৰ কৌতুহলী অংশটোক টানি নিলে। মই চাৰমিনাৰ হুপি হুপি তাইৰ পিনে একেথৰে চাই পৰি ৰ'লো মোৰ বাবে নিৰ্দ্দিষ্ট থ্ৰিটায়াৰৰ মাজৰ বিচনাখনত। এনেতে কিৰণে বাথৰুমৰ পৰা উভতি



আহি মোৰ মনোনিবেশ ভাঙিলে—"কি ঔ, তই এতিয়াই লাংখালি চোন? ইমান সোনকালে শোৱনে?"

এই গল্পটো আচলতে মোৰ আৰু অৰ্পিতাৰ গল্প। মই নায়ক অৰ্পিতা নায়িকা। আমাৰ বাহিৰে আন কাৰো কথা এই গল্পত থকা অনুচিত। অথচ দিগদাৰী এইখিনিতে যে ঘটনা বৰ্ণাবলৈ আৱশ্যম্ভাৱী ভাবে কেটামান অদৰ্কাৰী চৰিত্ৰ আহি পৰে, যাৰ উপস্থিতি গল্পটোত হয়তো তিমান দৰ্কাৰী নহয় অথচ ইহঁতৰ কথা নকলেও ঘটনাটো পোনপটীয়াকৈ বৰ্ণাব নোৱাৰি। এনেকুৱা অদৰ্কাৰী—অনাহুত চৰিত্ৰবোৰৰ ভিতৰত এটা হ'ল কিৰণ দেৱনাথ, মোৰ বন্ধু, একে অফিচতে কাম কৰোঁ আৰু অফিচৰ কামতেই আমি এয়া ট্ৰেইনত উঠি আন এখন চহৰলৈ গৈ আছোঁ। হঠাতে যাবলগীয়া হ'ল—ইপিনে ৰিজাৰ্ভেচন নাই—গতিকেই দৰ্কাৰ পৰিল দুই নম্বৰ অদৰ্কাৰী চৰিত্ৰৰ মানে কৃষ্ণৰ। কৃষ্ণ আমাৰ চুবুৰিৰে তেনেই ডেকা ল'ৰা। অলপতে এন, এফ, ৰেলৰেত সোমাইছে—টি, টি, আই। ষ্টেচনত তাক দেখা মাত্ৰেই মোৰ উৎফুল্ল মন, হেঁচাঠেলাকৈ যাব নেলাগে আজি, কৃষ্ণ আছে যেতিয়া বহিবলৈ হলেও ৰিজাৰ্ভেচনত চিট দুটা অন্ততঃ পাম। ভাগ্যে দেখা গ'ল সেইদিনা ট্ৰেইনত ভীৰ এনেয়ে সেৰেঙা আৰু কৃষ্ণই ইপিনে সিপিনে ঘূৰি আমাক থ্ৰি টায়াৰ ডবাটোৰ দুটা চিট মানে দুখন বিচনা যোগাৰ কৰি দিলে। এৰাতিৰ বাবে শুবলৈ চাৰে পাচটকাকৈ দুটা চিটৰ এঘাৰ টকা হয়। মই তাক তিনিখন পাচ-টকীয়া নোট দিলোঁ। সি মোক ভঙনীয়াখিনি ওভতাই দিবলৈ পাহৰিলে। ট্ৰেইন ষ্টেচন এৰাৰ কিছু পিছত ক'লা ইউনিফৰ্মপিন্ধা আন এজন টিকেট চেকাৰে আমাক ৰিজাৰ্ভেচনৰ স্লিপ এখন লিখি দি গ'লহি। গল্পটোৰ চাৰি নম্বৰ আৰু শেষ অদৰ্কাৰী চৰিত্ৰ অৰ্পিতাৰ দেউতাকে খানচামাটোৰ সৈতে দীৰ্ঘ তৰ্ক-বিতৰ্কৰ পিছত তেতিয়াও বাহিৰলৈ চাই ৰোৱা জীয়েকক সোনকালে শুবলৈ আৰু আন আন খুচুৰা উপদেশ দি আৰু উত্তৰত হুঁ, হা, আদি মনোচিলেবল্ শুনি জীয়েকৰ বিচনাৰ ওপৰৰ বাংকত উঠি অলপ পিছতে নাকেৰে প্ৰমাণ দিলে যে তেওঁ দুৰ্ঘোৰ টোপনিত। কিৰণৰ বাহিৰে আনকেইটা অদৰ্কাৰী চৰিত্ৰৰ উল্লেখো ইয়াতেই শেষ।

কিৰণক ক'লো যে অহাকালি যথেষ্ট কাম কৰিব লগীয়া আছে। চহৰখনত আমাৰ অফিচৰ শাখা অফিচটোৰ সমস্ত ডকুমেণ্ট, ফাইল-পত্ৰ চালিব-জাৰিব লাগিব। আজৰি সময় পোৱা যায়, নে নেযায় তাৰ ঠিকনা নাই গতিকে আড্ডা দি আধা ৰাতি শেষ কৰাতকৈ থ্ৰিটায়াৰত জাগা পাইছো যেতিয়া সোনকালে শুই পৰাই বুদ্ধিমানৰ কাম। কিৰণে ভাল লৰাৰ দৰে মোৰ উপদেশ মানি তলৰ বাংকটোত ততালিকে শুই পৰিল। সঁচা কথা কবলৈ হলে মোৰ তেতিয়ালৈ অকণো টোপনি ধৰা নাছিল। ইচ্ছা কৰা হলে অথবা আন ঠাইত হোৱা হলে কিৰণৰ সৈতে মই আৰামত এঘণ্টা দুঘণ্টা আড্ডা দিলোহেঁতেন। কিন্তু ঠিক সেইটো সময়ত সেইটো পৰিবেশত এজনী ধুনীয়া ছোৱালীৰ বিষণ্ণ আকৰ্ষনীয়তা একমনে উপভোগ কৰাৰ লোভত মই কিৰণৰ লগত আড্ডা মাৰাৰ লোভ সামৰিলো। কোনো পৰীক্ষাৰ ৰিজাল্ট আউট হোৱা নাই। তেন্তে কেলেই অৰ্পিতা আজি এই নিথৰ ৰাতি ট্ৰেইনৰ ঝিকঝিক শব্দৰ মাজত, ডবাত শুই থকা আন আন যাত্ৰীবোৰৰ নিশব্দ উপস্থিতি আওকান কৰি একমনে উদাসীনা বিষণ্ণ বদনা? তাইৰ বেদনা নিতান্তই ব্যক্তিগত নেকি?—যেনেকৈ ধৰা যাওক কোনোবা চতুৰ প্ৰেমিকে হেজাৰ ৰঙীন অঙ্গীকাৰ, নিৰৱচ্ছিন্ন প্ৰেমৰ প্ৰতিজ্ঞা তুচ্ছ তাৰে ভাঙি দূৰলৈ আঁতৰি গৈছে তাইৰ পৰা—অথবা তাইৰ বিবাহ প্ৰস্তাৱত কিবা বিঘিনি ঘটিছে অলপতে, মাক-দেউতাকৰ সাধৰ কোনোবা পাত্ৰই তাইক দেখি পছন্দ কৰিও অসম্ভৱ এটা পৰিমাণৰ ৰৰপণ দাবী কৰি বহি আছে যাৰ ফলত তাইৰ পতিগৃহগমন সম্পূৰ্ণ অসম্ভৱ। কি? কি তাইৰ ৰহস্য আচলতে? ক'ত তাইৰ দুখৰ পেৰাৰ চাবি? বৰ্ত্তমানৰ প্ৰতি তাইৰ অনাস্থাৰ সূত্ৰ তাইৰ বহি থকাৰ ভংগীত, তাইৰ প্ৰতি সমস্ত অবিচাৰৰ ফলত ওপজা যি অভিমান তাৰ উৎস সেই সুগভীৰ দুখৰ কন্তৰীৰ প্ৰকৃত স্বৰূপ কেনেকুৱা তাৰ বিভিন্ন অলটাৰনেটিভে মোৰ মগজ তোলপাৰ লগাই থাকিলেও কেতিয়া কব নোৱাৰো মোৰ দুচকু এসময়ত জাপ খাই আহিল টোপনিত। তেতিয়াও অৰ্পিতা আগৰ দৰেই একেথৰে বহি খিৰিকিৰে বাহিৰলৈ চাই আছে। বহুত আগেয়েই ডবাটোৰ লাইটবোৰ নুমাই দিয়া হৈছে মাজে মাজে নীলা বাল্ববোৰ জ্বলি আছে।



ডবাটোত নীলা আলোক। নীলা হেনো বিষাদৰ ৰঙ—মোৰ এজন চিত্ৰকৰ বন্ধুৱে কৈছিল এদিন। নীলা ৰং গালে-মুখে সানি লৈ ছোৱালীজনী বহি আছিল এটা অলস অসাৱধান ভংগীত। সেই দিনালৈ ৰাতি শোৱাৰ আগলৈ এইটোৱেই মোৰ শেষ স্মৃতি। নীলা ৰং আৰু অৰ্পিতা। বিষাদ আৰু অৰ্পিতা। দুয়ো একেলগে। মই শুই পৰিলোঁ।

সেই ৰাতি মোৰ দুবাৰ টোপনি ভাঙিছিল। প্ৰথমবাৰ এটা অদ্ভুত শব্দ শুনি মই উঠি পৰোঁ। এটা ফোঁপনিৰ শব্দ। শব্দটো অৰ্পিতাৰ বিছনাৰ পৰা। চকু মেলি চাই দেখোঁ অৰ্পিতাই বেৰাৰ পিনলৈ মুখ কৰি শুই আছে আৰু ফোঁপাই ফোঁপাই উচুপি আছে (নিকট প্ৰিয়জনৰ মৃত্যু? পৰীক্ষাত অসফলতা? ঠগ প্ৰেমিকৰ প্ৰতিজ্ঞা ভংগ নে বিবাহত বিঘিনি?) এজনী অচিনাকী ছোৱালীক ৰাতি সকলোৱে শুই থকা অৱস্থাত শান্ত্বনা দিবলৈ যোৱাটো কিমানদূৰ যুক্তি সংগত হ'ব ঠিক কৰিব নোৱাৰি মই আকৌ টোপনি গ'লো। মনৰ একোণত অৱশ্যে তাইৰ উচুপনি বন্ধ কৰিবলৈ একো কৰিব নোৱাৰাৰ বাবে অস্বস্তি এটা বৈ গ'ল।

দ্বিতীয়বাৰ এনেয়েই টোপনি ভাঙিল। ৰাতিকেইটা চাবলৈ বাওঁহাত ডাঙোতেই অৰ্পিতাৰ বিছনাৰ পিনে চকু গ'ল—সৰ্ব্বনাশ। বিছনা খালী। এই ৰাতিখন ছোৱালী জনী ক'লৈ গ'ল? বাথৰুমলৈ? এবা বাথৰুমলৈ যাব পাৰে। মনৰ পৰা উদ্‌গ্ৰীৱতা দূৰ হোৱাত কোঠাটোৰ ইপিনে সিপিনে চকু ফুৰালোঁ। অৰ্পিতাৰ দেউতাক টোপনিত লালকাল। কিৰণো। দুই-তিনি মিনিটমান বাট চালোঁ। তাৰ পিছতো অৰ্পিতা উভতি নহাত এইবাৰ মই নিজেই বিছনাৰ পৰা নামি পৰিলোঁ। বাথৰুমৰ পিনলৈ খোজ ললোঁ।

দৃশ্যটো দেখিয়েই মোৰ বুকুখন চিৰিংকৈ গ'ল। বাথৰুমৰ ওচৰৰ ডবাটোৰ দুৱাৰখন খোলা। দুৱাৰৰ ৰড এডালত খামুচি ধৰি বিপজ্জনক ভাৱে ওলমি আছে অৰ্পিতা। হাতৰ মুঠি নামমাত্ৰ শিথিল কৰিলেই তাই তৎক্ষণাত জোৰেৰে বাহিৰলৈ, ঘণ্টাত কমেও চল্লিচ পঞ্চাশ মাইল বেগে ধাৱমান ট্ৰেইনখনৰ পৰা পৰি যোৱা অৱস্থাত। জীৱন আৰু মৃত্যুৰ মাজত ওলমি থকা অৰ্পিতাৰ শৰীৰটো দেখিয়েই

প্ৰথম যিটো উপলব্ধিয়ে মোৰ মনত বিজুলীৰ দৰে ছাৎ মাৰি ধৰিলে, সেইটো হ'ল—আত্মহত্যা ! ছোৱালীজনীয়ে আত্মহত্যা কৰিব ওলাইছে। অথচ তেতিয়াও মোৰ আৰু তাইৰ মাজত এটা কৰিডৰৰ অনতিক্ৰম্য ব্যৱধান। মই লৰি গৈ তাইক বাধা দিম তাৰ উপায় নাই। তদুপৰি এইমাত্ৰ টোপনিৰ পৰা উঠি অহা মোৰ সম্বিতে আকস্মিক এনে এটা ভয়ংকৰ দৃশ্যৰ সন্মুখীন হৈ হতভম্ব হৈ গৈছে। মই তৎক্ষণাত দৌৰি গৈ তাইক কোঠাৰ ভিতৰলৈ টানি আনিব লাগে এই দায়িত্বৰ কথা সম্পূৰ্ণ পাহৰি গৈছোঁ মই। এটা কৰুণ মৃত্যুৰ একমাত্ৰ নিৰ্বাক অসহায় দৰ্শকৰ ভূমিকালৈ পৰ্য্যবসিত অসহায় মোৰ চকুৰ সন্মুখতে পিছমুহূৰ্ত্তে কিন্তু এটা ব্যতিক্ৰম ঘটি গ'ল। দুৱাৰৰ বড ডালত খামুচি ডবাৰ বাহিৰত ওলমি থকাৰ পৰা অপিতা এইবাৰ ভিতৰলৈ সোমাই আহিল। দুয়োহাতেৰে খামুচি ধৰিলে বড্ ডাল। মুঠি দুটাৰ ওপৰত মূৰটো লুকুৱাই তাই উচুপিব ধৰিলে। আত্মহত্যাৰ বাবে যিমান খিনি দুঃসাহস দৰ্কাৰ তাৰ অভাৱবোধ কৰিয়েই নেকি তাই এইবাৰ উচুপিব ধৰিলে। দুৰ্ঘটনাটো নঘটিল। মোৰ উশাহ-নিশাহ আকৌ আৰম্ভ হ'ল।

ইমানপৰে মূৰ্ত্তিৱৎ থিয় হৈ থকা মই এইবাৰ আগবাঢ়ি গ'লো। তাইৰ কান্ধত হাত থলোঁ। তাই চকুপানীভৰা মুখ তুলি মোৰপিনে চালে। মই মোৰ চকুলৈ যিমান পাৰো কৰুণা, দয়া, বাৎসল্য আদিৰ ছাপ আনিবলৈ চেষ্টা কৰিলোঁ। অপিতাই মোৰ পিনে চায়েই মোক দুহাতেৰে সাবতি ধৰি হুক্হুকাই কান্দিব ধৰিলে। মোৰ কান্ধ খন এতিয়া তাইৰ শৰীৰৰ আশ্ৰয়— মোৰ হৃদয়খন তাইৰ সমস্ত বেদনাৰ। মই আশ্ৰয়দাতাৰ ভূমিকাত অভিনয়ৰ বাবে নিজকে উপযুক্ত কৰিবলৈ প্ৰাণপণে চেষ্টা চলাই গ'লোঁ। লাহে লাহে তাইৰ চুলিৰ ওপৰেৰে হাত বুলাই গ'লো মাজে মাজে তাইৰ কান্ধৰ ওপৰেৰে। তাই তেতিয়াও হুক্হুকাই সমস্ত শৰীৰ আৰু বেদনাৰ ভাৰ এজন দয়ালু অচিনাকীৰ আশ্ৰয়ত এৰি দি তাইৰ সমস্ত অসফলতাৰ বাবে পশ্চাতাপত ব্যস্ত। মই তিমানপৰে এক মহতী আত্মালৈ উত্তীৰ্ণ। মই যেন ধৰাৰ সমগ্ৰ দুখী মানৱতাৰ বেদনা মোৰ বিশাল বুকুৰে শুহি লৈছোঁ। এনেকৈয়ে পৃথিৱীৰ সমস্ত লাঞ্চিত-প্ৰৱঞ্চিত জনে যেন মোৰ নিৰ্ভয় আশ্বাসৰ পৰাই



মুক্তিৰ সন্ধান বিচাৰি পাইছে— বিচাৰি পাইছে— আত্মহত্যাৰ বিকল্প, নতুন জীৱন ধাৰণৰ বাবে সংগ্ৰামৰ প্ৰস্তুতি। মই আবেগত জোৰেৰে অপিতাক সাৱটি ধৰিলোঁ। আমাৰ দুয়োৰে মাজত কোনো কৈফিয়ৎ বা আশ্বাসবাণীৰ বিনিময় হোৱা নাই। আমি দুয়ো দুয়োৰে সান্নিধ্যত চুপচাপ। নিশ্চুপ উপস্থিতি মাত্ৰই আমাৰ দুয়োৰে বাবে যথেষ্ট।

আমি দুয়ো দুয়োকে আঁকোৱালি লৈ নিৰ্বাক থিয় হৈ ৰলো বাথৰুমৰ কাষৰ কৰিড'ৰত। তাইৰ বাবে এইখিনি জনাই যথেষ্ট যে তাই দুখুনীৰ বাবে এই নিষ্ঠুৰ জগতত এজন অন্ততঃ সহানুভূতিশীল ৰাকী আছে আৰু মই ভণ্ডৰ বাবে এইখিনিয়ে যথেষ্ট যে মই আন একো কৰিব নোৱাৰিলেও অন্তত: এটা দুখী আত্মাৰ স্বস্তি-সংগ্ৰহত সহায় কৰি দিব পাৰিছোঁ। আচৰিত কথা ইমান এটা ডাঙৰ ঘটনা ঘটি গ'ল অথচ ডবাৰ আন কোনোৱেই সাৰ নেপালে। অহাকালি কিৰণক যেতিয়া এই অদ্ভুত ঘটনাটোৰ কথা কম সি অবাক হৈ যাব, আচৰিত হৈ যাব। তাৰ টোপনি নভঙাৰ বাবে আৰু ছোৱালীজনীক ভালকৈ লক্ষ্য নকৰাৰ বাবে আপচোচ কৰিব। তাৰপিচত লাহে লাহে ঘটনাটো পাহৰি পেলাব।

মই মোৰ বিছনাৰ পৰা আকৌ তাইৰ পিনে চালোঁ। ধুমুহাৰ পিছত শান্ত লেগুনৰ পৰ দৰে নিচিন্তভাবে তাই শুই পৰিছে এক অদ্ভুত সন্তুষ্টিৰ ভাৱ মুখত লৈ। মোৰ টোপনি নাহিল কিন্তু। গৰম লাগিছিল। পাঞ্জাবীটো খুলি গাৰুৰ ওচৰত থৈ আকৌ বাগৰ দিলোঁ। পাঞ্জাৱীটোত লাগি থকা অপিতাৰ লিপষ্টিক, পাউডাৰ আৰু ঘামৰ সানমিহলি গন্ধই মোক আমনি কৰিব ধৰিলে। আকৌ অপিতাৰ পিনে চকু গ'ল— এটা শিশুৰ দৰে তাই শায়িত শৰীৰতো একধৰণৰ নিৰ্দোষ সৌন্দৰ্য্য সনা বেদনাৰ ছাপৰ নাম মাত্ৰও নাই এতিয়া। তাইৰ নিবিকাৰ আননত গভীৰ প্ৰশান্তি।

নিচেই ৰাতিপুৱাতে আমাৰ গন্তব্য স্থান পালোগৈ। আমি বিছনা-পত্ৰলৈ নামি গলোঁ। অপিতা তেতিয়াও নিশ্চিন্তমনে টোপনিত লালকাল। দেউতাকে তাইৰ ওৰিপতানত বহি— নিৰ্বিকাৰ মিক্সাৰ হুপি আছে। মই আৰু কিৰণ দুয়ো কুলীটোৰ পিছে পিছে গেট অভিমুখে। হঠাতে কি খেয়াল হ'ল মই এনেয়ে উভতি চালো আমাৰ ডবাটোৰ পিনে।

খিৰিকীত অপিতাৰ মুখ। ইতিমধ্যে টোপনিৰ পৰা তাই সাৰপাই উঠি বহিছে। খিৰিকীৰে ঠিক মোৰ পিনেই চাই আছে তাই। তাইৰ চকুৰে চকুৰে পৰিলো। তাইৰ মুখত এটা অদ্ভুত অভিব্যক্তি। মই ধৰাপৰি গলোঁ। তাইৰ চকুত কি বাক সেয়া? মোৰ বাবে ধন্যবাদ নে মই মনে মনে পলাই অহা বাবে তাচ্ছিল্য— উপহাস? তাইৰ দৃষ্টিৰ ভাষাৰ পাঠোদ্ধাৰ মই কৰিব নোৱাৰিলো। এনেকৈয়ে এইখিনিতে গল্পৰ পৰা মোৰ তথা নায়কৰ প্ৰস্থান।

বৰ্ণিত ঘটনাটোৰ বিশ্বাসযোগ্যতা সম্পৰ্কে অকণমান দিগদাৰী থাকি গ'ল। আন সকলোৱে বিশ্বাস কৰিলেও গল্পটো পঢ়ি উঠি কিৰণে কিন্তু অবিশ্বাসৰ হাঁহি মাৰিব, ক'ব,—"ভাল গাজা মাৰিছ দেই— মই তোৰ লগতেই থাকিলোঁ— ইমানখন কাণ্ড ঘটি গ'ল— অথচ মই তাৰ ভুকে নেপালোঁ। ঘটনাটো ভাল সাজিছ দেই।" লগে লগেই মই কৈ উঠিম— "নহয়-নহয়, এই ঘটনাটো মনে সজা নহয়। ঘটনাটো সঁচাকৈয়ে···" মোক শেষ কৰিব নিদি সি পুনৰ কৈ উঠিব— "অন্ততঃ মোৰ আগত এনেকুৱা গাজা নামাৰিবি বুইছ। সঁচা হোৱা হ'লে ঘটনাটো ঘটাৰ থিক পিছদিনাই তই কম্‌চেকম মোৰ আগত দোহাৰিলি হেঁতেন দেচোন। ঘটনাটো নিশ্চয় তোৰ মনে সজা।" মই তেতিয়া এটা চালাকী হাঁহি মাৰি তাক উত্তৰ দিম এই বুলি— "বুইচ দোস্ত, মানুহৰ জীৱনত কেতিয়াবা কেতিয়াবা এনে একোটা অপূৰণীয়া ঘটনা ঘটি যায়, যিবোৰৰ আবেদন একমাত্ৰ নিজৰ ওচৰতহে; আনকি শ্ৰেষ্ঠতম বন্ধুৰ সৈতেও এনে ঘটনাৰ আমেজ ভগাই লব নোৱাৰি। এতেকেই।"

এসময়ত ছাত্ৰ-জীৱনৰ পৰা এই পৃথিৱীৰ পৰা এই দেশৰ পৰা দুখ-দাৰিদ্ৰ আঁতৰোৱাৰ প্ৰয়াসত যথেষ্ট কিবা-কিবি কৰিছিলোঁ— বাগানে বাগানে, কলে-কাৰখানাই ঘূৰিছিলো কামৰূপ, লক্ষীমপুৰৰ বানপানী ভাঙি দৰিদ্ৰ খেতিয়ক শ্ৰমিকৰ মাজলৈ গৈ বিচাৰিছিলো এই দুখৰ উৎস ক'ত? এতিয়া সেইবোৰ ল'ৰা-ধেমালী যেন লাগে। এতিয়া মই চৰকাৰী চাকৰিয়াল। আৰামত মন মজ্জা বিবেক সকলো বিক্ৰী কৰি আৰামত দিন পাত কৰি আছোঁ। তথাপি মাজে মাজে দুখী আৰ্ত মানৱতাৰ বাবে কিঞ্চিৎ কিবা কৰিবলৈ পালে কিজানি আত্ম সন্তুষ্টি



লভিব পাৰোঁ। সেয়ে এই উপৰোক্ত ঘটনাটো গঢ়ি চালো— দুখুনী অপিতাৰ আশ্ৰয়দাতা সান্ত্বনাদাতাৰূপে নিজকে সজাই চালোঁ— কিৰণহঁতে বিশ্বাস কৰক নকৰক গল্পত বৰ্ণোৱাৰ দৰে সেই ৰাতি এনে এক ঘটনা ঘটা হলে মই কিজানি অপিতাক সান্ত্বনা দিবলৈ পাই গভীৰ প্ৰশান্তি লভিলোহেঁতেন। অৱশ্যে মাজৰাতিখন একোঠা শুই থকা মানুহৰ অনুপস্থিত উপস্থিতিত এজনী গাভৰুৰ সতে ঠিক তেনেকুৱা ব্যৱহাৰ কৰাৰ সৎসাহসখিনি মোৰ আছে নে নাই সেয়া সন্দেহৰ কথা। মই হয়তো আত্মহত্যা কৰিবলৈ ওলোৱা অপিতাৰ ভুলখিনি তাইৰ লাজখিনি নীৰৱতাৰে লুকুৱাই ৰাখিব নগৈ হুলস্থুল লগাই দিলোহেঁতেন আৰু মোৰ হুলস্থুল শুনি আগপাচ নুগুনি অপিতাই হয়তো সচাঁসচিকৈ ট্ৰেইনৰ পৰা জঁাপ মাৰি দিলেহেঁতেন।

—

# কেন্দ্ৰবিন্দুত চিনেমাৰ টিকেট

আগকথা ঃ

সৰুৰেপৰা তাৰ স্বাস্থ্য সিমান ভাল নহয়—এতিয়াও তাৰ ওজন এশপাউণ্ডতকৈ নামমাত্ৰহে বেছি। খেলা-ধূলাত সৰুৰে পৰাই তাৰ সিমান ৰাপ নাই। ছবি আঁকা বা গল্প কিতাপ পঢ়াতহে তাৰ বেছি আসক্তি। ইন্ট্ৰভাৰ্ট। ৰিজাৰ্ভড্।

হিমানীচৰ চকুত মোটা চচ্মা—মাইনাছ ছিক্স পাৱাৰৰ। সি আজিকালি চিনেমা হলত আগৰ পিনৰ ছিটত বহি ছবি চাব নোৱাৰে। অলপতে মূৰ আচন্দ্ৰাই কৰে। কথাটো সঁচাই দুখ লগা। বেচেৰা আগেয়ে চিনেমাৰ পোক আছিল। স্বাস্থ্যগত কাৰণত সি চিনেমা হলৰ সমুখৰ পিনে বহিব নোৱাৰে। ইপিনে এতিয়া পিছৰ পিনৰ ছিটবোৰৰ টিকেটৰ দাম দুৰ্মূল্য হৈ উঠাৰ পিছৰপৰা তাৰ চিনেমা চোৱাৰ ধুম তেনেই কমি গ'ল। মাজতে আকৌ কেইমাহমান চিনে ক্লাবৰ ছবিও চালেগৈ। সমন্ধীয়া দাদাক এজন চিনে ক্লাবৰ সম্পাদক আছিল— তেৰেই ফ্ৰি-পাছ একো একোখন দিছিল। তেতিয়াৰ পৰাই তাৰ জুতি বদলিল। দাৰাসিং ছাম্মীকাপুৰৰ ছবি চাবলৈ বাদ দিলে। বিচাৰি-খুচৰি ক'ৰ চালি চেপ্লিনৰ ছবি ক'ৰ আব্বাচৰ ছবি— আকৌ বোলে কোন ট্ৰুফোৰ ছবি কোনটো হলত মৰ্ণিং শ্ব'ত দিছে সেইবোৰ চাই ফুৰে।

গল্পৰ আৰম্ভ ঃ

আগদিনা হিমানীচে গম পালে স্থানীয় অপ্সৰা হলত মৃণাল সেনৰ 'ইন্টাৰভিউ' দেখুৱা হ'ব। সপ্তাহটোত ফিল্ম ফেষ্টিভেল বুলি ভালে বেয়াই কেবাখনো দেশী-বিদেশী ছবিৰ প্ৰদৰ্শন চলি আছে। তাৰেমাজতে হঠাতে মৃণাল সেনৰ ছবিৰ নাম শুনিয়েই তাৰ মনটো আনন্দতে উগুল-থুগুল হৈ পৰিল। কলেজীয়া দিনতে 'আকাশ কুসুম', 'বাইশে শ্ৰাবন' 'ভুবন সোম' আদি ছবি চাই হিমু মৃণাল সেনৰ ভক্ত



হৈ পৰিছিল। মাজতে দুবছৰ আগৰ কথা— 'ইন্টাৰভিউ'ৰ এখন পণ্টাৰ হওঁতে অপ্সৰা হলতেই লগাইছিল। কিন্তু তাৰ পিছতে চুৰ্চুৰীয়া এটা সাম্প্ৰদায়িক অশান্তি ঘটাত চহৰখনত বঙালী ছবি প্ৰদৰ্শন সম্পূৰ্ণ বন্ধ হৈ যায়। হিমুৱে 'ইন্টাৰভিউ' আৰু কেতিয়াও চাবলৈ নাপাওঁ বুলিয়েই ধৰি থৈছিল —এতিয়া অবাঞ্ছিতভাৱে একেখন চিনেমাকেই চাবলৈ হঠাতে সুযোগ পোৱাত সি কিঞ্চিৎ বিচলিত হ'ল। কাৰণ সি এতিয়া বেকাৰ— চিনেমা চাবলৈ তাৰ হাতত এটাও পইচা নাই। কৰ'বাৰপৰা টকা কেটামান যেনেতেনে যোগাৰ কৰিব লাগিল— সি ভাবিলে।

পিছদিনা ৰাতিপুৱা নটা বজাত তাৰ পকেটত তিনিটা টকা। সি এতিয়া আগতীয়াকৈ টিকেট কাটিবলৈ অপ্সৰা হললৈ যাব। ইন্টাৰভিউ দেখুৱা হ'ব সন্ধিয়াৰ শ্ব'ত। তাৰ আগেয়ে এখন ৰাচ্যান ছবি আৰু ৰাতিলৈ এখন হাংগেৰীৰ ছবি। সি আগতীয়াকৈ টিকেট কাটিব আহিছে এইবাবে যে সময়ৰ মূৰত আহিলে অৰ্থাৎ শ্ব'ৰ সময়ত আহিলে টিকেট পোৱা অতি টান। ইয়াৰ আগেয়ে এইখন ফেষ্টিভেলতে আন এখন ছবি সময়ৰ মূৰত চাবলৈ আহি সি দেখে কাউন্টাৰৰ সমুখত ভীষণ মাৰ-পিট। ভীৰ ঠেলি বল প্ৰয়োগ কৰি মানুহে টিকেট কৰিব লগা হৈছে। সি দুৰ্বল মানুহ হেচা-ঠেলাৰ মাজত সোমাই টিকেট কাটিবলৈ ভয় কৰিলে আৰু সেয়ে ব্লেক মাৰ্কেটিয়াৰ এজনৰপৰা দৰ-দামকৈ টিকেট এখন কিনিলে। এইবোৰ নহ'বলৈকে সি আজি ৰাতিপুৱাতে আহিছে এডভান্স বুকিং কাউন্টাৰলৈ। দুটকা সত্তৰৰ কাউন্টাৰৰ সমুখত তেতিয়াই দহ বাৰজন মানুহ; সিও ঠিয় দি ললে। দুটকা সত্তৰৰ বিনিময়ত পপুলাৰ ক্লাছৰ টিকেট। তাৰ কমত টিকেট কাটিলে সমুখৰ পিনে ছিট আৰু তেনেকুৱা ছিটত বহিলে মায়পিক হিমানীচে স্বাস্থ্যগত কাৰণত চিনেমা উপভোগ কৰিব নোৱাৰে।

চাৰে ন-বজাত টিকেট খিৰিকি খুলিলে। শাৰীত থিয় হোৱা সকলোৱে সতৰ্ক হৈ ললে। টিকেট পোৱা যায় নে নেযায় এনে সন্দেহে সকলোকে উদগ্ৰীব কৰি দিলে। হিমানীচ সঘনাই চিনেমা চোৱা ল'ৰা। সি জানে এই দহ বাৰজন মানুহ শাৰীত যেতিয়া সকলোৱে টিকেট পাবই। শাৰীটো আগবাঢ়িবলৈ দি নিচিন্তমনে সি

অপেক্ষাত— এনেতে দেখা গ'ল সমুখৰ জনৰ সৈতে টিকত দিয়া মানুহ জনৰ কিবা কথা কটাকটি লাগিছে। তৎক্ষণাত লাইনৰপৰা মানুহখিনি ভাগি গৈ টিকেট খিৰিকিৰ সমুখত গোটখালে।

"হেৰি! কি হ'ল হে? লাইন ভাগিল কিয়?"

"লাইনত থাকিনো কি হ'ব—ফ্লিমেই আহি পোৱা নাই বোলে। টিকেট নিদিয়ে।"

"টিকেট নিদিব। ইয়াকি পাইছে নেকি? পেপাৰত এড্ভেটাই-জিং কৰিছিল কিয়?"

"ফ্লিম আহি নেপালেনো হলে কেনেকৈ টিকেট দিয়ে? হিমুৱে ইতিমধ্যে অপসৰা চাৰ্কলৰ মানুজনৰ সৈতে কথা পাতিছেগৈ।

"ফ্লিম আহি পোৱা নাই নেকি?"

"নাই। যোৱা-কালি ছিলঙত শ্ব' হৈছে তাৰ পৰা ৰীল কেইটা পুৱা আঠটাত আহি পাব লাগিছিল। নাই পোৱা বাবে মালিকে টিকেট দিব মানা কৰি দিছে।"

"এতিয়া আমি কি কৰোঁ। ইমান দেৰি বৈ আছোঁ।

"নাই নাই চিন্তাৰ একো নাই। ফ্লিম আহি পালেই দহটাত বুকিং খুলি দিয়া হ'ব। এতিয়া ৰাচ্যান আৰু হাঙ্গেৰীৰ ছবিৰ বুকিং হব।"

মানুহবোৰৰ লগতে হিমুও বাৰান্দাৰ এমুৰে থিয় হৈ ৰ'ল। এনেতে সি জয়ন্তক দেখা পালে আন এজন ল'ৰাৰ সৈতে বেগাবেগীকৈ আহি কাউন্টাৰৰ ওচৰ পাইছে। এজনৰ সৈতে কিবা কথা পাতিছে। জয়ন্তক নিৰাশ দেখা গ'ল। সিও নিশ্চয় ইন্টাৰভিউ চোৱাৰ ইচ্ছাৰে আহিছে। হিমু আগবাঢ়ি গ'ল জয়ন্তৰ পিনে।

"কি খবৰ জয়ন্ত— বহুত দিন দেখা নাইচোন?"

"আৰে হিমু যে — কেনেকুৱা? খবৰ বাতৰি?"

জয়ন্ত তাৰ ক্লাচমেট তপনৰ সম্পৰ্কীয় ভাই। প্ৰায় সমবয়স্ক, ভেটেৰীনিৰী পঢ়ি আছে।

"এই চলি আছে একৰকম। তোমাৰ? ক্লাচ নাই নেকি আজি?"

"আৰে নকবা ভাই—ইন্টাৰভিউ দিয়া বুলি শুনি ক্লাছ বাদ দি টিকেট কৰিবলৈ আহিলোঁ— আহি শুনো টিকেট নিদিয়ে।



ফ্লিম আহে নে নাহে তাৰেই ঠিক নাই। যা-তা।" জয়ন্তৰ কণ্ঠতো ক্ষুব্দতা অসন্তুষ্টি ধৰা পৰিল। "চৰঠাইতে কিবা নহয় কিবা গৰবৰ।"

"মোৰো একেই দশাহে। চাওঁচোন দহটাত টিকেট দিয়া চাঞ্চ আছে বুলি কৈছে।"

"বাদদিয়াহে চব ইহঁতৰ গাজা।" হিমুৱে তপনৰ কথা সোধে— "তপন আজি কালি ক'তহে জয়ন্ত? চাকৰি বাকৰি পাইছে নে নাই?"

"তপনৰ কথা একদম নাজানো বুজিছা, সি চালাই চিঠিও নিদিয়ে আজিকালি। মামাকৰ ঘৰত বহি আছে বোলে। ডিব্ৰুগড়ত।"

"অ হয় নেকি? মই আকৌ সি ঘৰত থকা বুলি ডিগবৈলৈ এখন চিঠি দিছিলোঁ। উত্তৰ নেপায় তাৰ ওপৰত বিৰাট খং উঠি আছিল। আচ্ছা তুমি তাৰ ঠিকনাটো দিবাচোন?"

সিহঁতে ইউনিভাৰচিটিত পঢ়োতেই তপনে হিমুৰপৰা টকা ত্ৰিশটা ধাৰলৈ নিয়ে. সেই টকাখিনি ওভোতাই বিচাৰি এমাহ আগেয়ে তপনলৈ সি দ্বিতীয়খন চিঠি দিছিল। এখনবো উত্তৰ পোৱা নাই।

জয়ন্ত গ'ল গৈ। আকৌ অকলশৰে সি। টিকেটৰ কাৰণে বৈ থকা মানুহখিনিৰ মাজত তেতিয়া বিভিন্ন ছবিৰ সমালোচনা। ৰায়-ৰাজকাপুৰ-মৃণালসেন।

....... .......''কিন্তু যি ব্ৰিলিয়েঞ্চ প্ৰত্যেকখন ছবিতে চত্যজিতে মেইনটেন কৰি আছে তাৰ জবাব নাই। যিহকে নোকোৱা ভাই ইণ্ডিয়াৰ বেষ্ট ডাইৰেক্টৰ বুলিবলৈ একমাত্ৰ চত্যজিত। চবাৰ ওপৰে চত্যজিত শ্ৰেষ্ঠ তাহাৰ ওপৰে নাই।"

"বাদ দিয়া বাদ দিয়া সত্যজিতৰ কথা। চাল্লা, দেশৰ গৰীবী চাহাবৰিলাকক দেখুৱাই আমি এতিয়াও কিমান ইনফিৰিয়ৰ তাকে বুজাই, তেনেকৈ প্ৰাইজ ট্ৰাইজ সস্তা বাঃ বাঃ চবেই ল'ব পাৰে।"

"ঠিক কৈছে আপুনি। এই ক্ষেত্ৰত মই মৃণাল সেনৰ কথা কম। মৃণাল সেনৰ ছবিবিলাকত কন্ভিক্চন্ আছে। তেওঁ কয় গৰীবী আছে। থাকিবই। তেতিয়ালৈকে গৰীবী থাকিবই যেতিয়ালৈকে আমি গৰীবীক শ্ব'কেচত সজাই ড্ৰইং ৰুমত বহি সাৱটি থাকিম। অথচ সত্যজিৎ ৰায়ে জাষ্ট তাকেই কৰি আহিছে ফ্ৰম্ পথেৰ পাঁচালী টু অচনি চংকেত।"

"তথাপি আপুনি এটা কথা মানিবই লাগিব যে চত্যজিতৰ ছবিৰ হেণ্ডলিং অথবা মিডিয়ামটোৰ ওপৰত তেওঁৰ যি এটা গ্ৰেচ্‌প আছে—"

"সম্পূৰ্ণ অদৰকাৰী। তেওঁ জীৱনৰপৰা পলাই ফুৰে, তেওঁ ভিতৰলৈ সোমাব নোখোজে। তেওঁৰ ছবিবোৰ মাত্ৰ দেশৰ দাৰিদ্ৰ্যৰ কথা অগত্যা স্বীকাৰ কৰে আৰু তাৰ পিছত চুপচাপ বহি থাকে, সমস্যাটোৰ পৰা মূৰ পোলোকা মাৰে। অথচ এই ক্ষেত্ৰত মৃণাল সেন দেশৰ শোষণ দাৰিদ্ৰ্য-মৃত্যুৰ বিৰুদ্ধে কিমান সোচ্চাৰ কিমান সবল তেওঁ জানে Commitment leads to greater art। তেওঁ react কৰিব জানে। তেওঁ ৰায়ৰ দৰে ভীতু নহয়, নিষ্কৰ্মা নহয়। মই আপোনালোকক এই Interview ৰ দৃশ্য এটাৰ কথা কওঁ শুনক। ছবিখন মই কলিকতাত চাইছোঁ দুই বছৰ আগেয়ে। এটা চাকৰি ৰঞ্জিৎ মল্লিকে পাবই। Interview টো এটা formality মাত্ৰ। চব ঠিক ঠাক হৈ আছে, তেওঁ মাথো গৈ Interview Board-ৰ সন্মুখত বহিলেই হ'ল। বিলাতী কোম্পানী। যিজন অফিচাৰে চাকৰিৰ বাবে Influence খটাইছে তেওঁ ৰঞ্জিতক ফিট-ফাট হৈ চুট টাই পিন্ধি Smart হৈ Interview লৈ আহিবলৈ কৈ পঠিয়াইছিল। এতিয়া ৰঞ্জিতৰ এটাই ছুট। ছুটটো ধুবলৈ ডায়ার্ছ ক্লিনাৰ্ছত দিয়া হৈছে। দোকানত গৈ দেখে হৰতালৰ বাবে দোকান বন্ধ। ছুট নাই। ৰঞ্জিতে চাকৰিটো নেপালে। সাধাৰণ এটা ছুটৰ বাবে মহামূল্যবান চাকৰি এটা হাতছাড়া হৈ গ'ল। যি হ'ল হ'ল, চাকৰিটো নেপালত, আগৰ দৰেই দুখে কষ্টেই কলিকতাৰ অসংলগ্ন মানুহৰ দৰে সাধাৰণ জীৱন কটাবলৈ ৰাজী ৰঞ্জিতে শেষৰ পিনৰ এই দৃশ্যটোত দৰ্শকৰ হেঁচোকনিত আত্ম সমীক্ষাত বহে আৰু আৱিষ্কাৰ কৰে— হয়তো তাৰ ক্ষেত্ৰত ভীষণ অন্যায় হৈ গৈছে! সি ভাবি দেখে এনেকুৱা সৰু সৰু অন্যায়বোৰৰ সৈতে compromise কৰাৰ ফলতহে আমাৰ দেশৰ আজি এই দুখ লগা অৱস্থা। আমি কিবা এটা কৰা উচিত। এনে অন্যায়বোৰৰ প্ৰতিবাদ কৰা উচিত। এনেতে কি ঘটিল বুজিছে, যি জন উৎসাহীৰ উদগনিত ৰঞ্জিতে তাৰ জীৱনৰ ঘটনাবোৰৰ এনালিছিছ কৰি আছিল তেৱেঁই এতিয়া ৰঞ্জিতৰ মুখত অন্যায়ৰ প্ৰতিবাদ



বিপুৰ আদি ভয়ংকৰ কথা শুনি পলাই ফাট মাৰিলে ঠিক যেনেকৈ আপুনি, মই অথবা সত্যজিত ৰায়............"

এনেতে টিকেট দিয়া আৰম্ভ হৈ গৈছে। 'ইন্টাৰভিউ'ৰ টিকেট। ৰৈ থকা মানুহৰ জুমটোৱে উৎসুকতাৰে দুটকা সত্তৰৰ কাউন্টাৰৰ পিনে গতি ললে। মানুহ বেছি নাই। হিমু বেছি উৎসুক নহ'ল। টিকেট পোৱা যাব। এনেতে কিছু আশ্চৰ্য্য মিহলি কণ্ঠস্বৰ। সি শুনা পালে পপুলাৰ ক্লাচৰ টিকেট দিয়া নহয়।

"কেলেই ? কেলেই ??" তাৰ উদগ্ৰীৱ প্ৰশ্ন। কিছুমানে ইতিমধ্যেই বেলকনি আৰু অপ্সৰা চাৰ্কলৰ কাউন্টাৰলৈ গতি লৈছে।

"পপুলাৰ ক্লাছত হোনা ইনভাইটেড গেষ্ট আৰু চিনে ক্লাবৰ মেম্বাৰ বোৰকহে বহিবলৈ দিয়া হ'ব। বাকী টিকেটখিনি শ্ব'ৰ আগেয়ে চাৰে চাৰিটা ৰজাত আবেলি দিয়া হ'ব।

"এঃ মহা মুস্কিল হ'ল।"

"কি মুস্কিলটো হ'ল ? আপুনি তিনিটকা পঁচিচ বা তিনিটকা ষাঠিৰ টিকেট লৈ লওক।" মানুহজনে বাৰু কেনেকৈ জানিব তাৰ পকেটত যে মাথো তিনিটা টকা, যে অপ্সৰা চাৰ্কল বা বেলকনিৰ টিকেট কাটিব পৰা সংগতি তাৰ নাই। দুটকা সত্তৰৰ টিকেট নিদিয়ে আৰু দুটকাৰ টিকেট লৈ আগৰ পিনে বহি সি চিনেমা চাব নোৱাৰে অৰ্থাৎ ইমান আশাপালি অহা সত্বেও সি এইবাৰো মৃণাল সেনৰ বিতৰ্ক মূলক ছবিখন চাবলৈ নেপালে। সি বাহিৰলৈ খোজ ললে বিষণ্ণমনেৰে।

গল্পৰ শেষ ঃ—

গল্পটো দুই ধৰণে শেষ কৰিব পাৰি। এক—

সি ঘৰমুৱা ; লাহে লাহে খোজ দি ৰাজপথেৰে। ঠেক আলিবাট। টেলিফোনৰ তাঁৰ বহুৱাবলৈ বুলি এপিনে গাঁত খন্দাত আৰু ঠেক হৈ পৰিছে। এনেতে চিটিবাছ এখন পাৰহৈ যাব। সি ৰাস্তাৰ তেনেই কাষ পালেগৈ। দিছপুৰৰ অফিচ বোৰলৈ যোৱা মানুহেৰে বাছখন ঠাহ খাই আছে। সি দেখিলে জয়ন্তক—ফুটবৰ্ডত এক তৃতীয়াংশ ভৰিৰ পতা আৰু হাতখনেৰে ৰড এডাল ধৰি

কোনো মতে নগৰাকৈ বাছখনৰ দুৱাৰত ওলমি আছে।

"এই জয়ন্ত! টিকেট দিছে! নামি পৰা!!" সি চিঞৰি দিলে। জয়ন্ত সন্মুখৰ ষ্টপ্‌টোত নামিব। সি উত্তেজনা মিহলি কণ্ঠেৰে জনাব কেনেকৈ অলপ আগেয়ে টিকেট দিয়া আৰম্ভ হৈছে আৰু কেলেই দুটকা সত্তৰৰ টিকেট দিয়া নহয়। জয়ন্তই তাকে শুনি আগেয়ে কোৱা দৰেই ক'ব—"ধুৎ চাল্লা! চব ঠাইতেই কিবা গৰ্‌বৰ্‌।"

তাৰপিচত সি ইষৎ লজ্জিত হৈ জয়ন্তক ক'ব— "এই জয়ন্ত বৰ বিপদত পৰিছোঁ অ'— টিকেট কাটিবলৈ পইচা কম হৈ গৈছে। টকা এটা ধাৰ দিব পাৰিবা, নহলেও এট্‌লিষ্ট ষাঠি পইচা?"

গল্প শেষ।

অথবা এনেকৈয়ো গল্পটো শেষ কৰিব পাৰি।

দুটকা সত্তৰৰ টিকেট নিদিয়ে বুলি শুনি সি খঙে বেজাৰে ঘৰলৈ বুলি খোজ ল'লে। ৰাস্তাত চিলং-নগাওঁ-দিছপুৰ অভিমুখে চলন্ত যানবাহনৰ ভিৰ। পলে পলে সিহঁতৰ গতিবেগে চঞ্চল কৰা গুৱাহাটীৰ শুকান ধূলিবোৰ আৰু লগতে এৰি থৈ যোৱা কাৰ্বন মনঅক্সাইডে উশাহ ল'ব পৰা বায়ুখিনিও বিষাক্ত কৰি তুলিছে। সি পকেটত হাত ভৰাই বিচাৰি চালে ভুলতে সি ৰুমাল এখন আজি পকেটত লৈ ফুৰা নাইতো? নাই। হাতেৰেই নাকটো চেপি সি ৰাস্তাত।

চালা এনেকুৱানো হ'ব পায়নে? ইমান কষ্টেৰে, ইমান আশা পালি টিকেট এডভান্স কৰিবলৈ আহিলোঁ— চালা আজিহে এনে পয়মাল ঘটিব পায়নে?

সি ক'লা বৰণীয়া পেন্ট এটা পিন্ধি আছিল। ক'লা ৰঙে তাপ এবজৰ্ব কৰি লয়। তাৰ ভীষণ গৰম লাগিছিল। জানুৱাৰীৰ দিনতো ইমান গৰম হ'ব পায়নে? খঙেৰে সি ওপৰলৈ চালে— যেন পাৰিলে সূৰ্য্যটোকে সি তাৰ খঙেৰে ভস্মীভূত কৰি দিব। তাৰ চাৱনীৰ উত্তৰত সূৰ্য্যটোৱে তাক খন্তেকৰ বাবে অন্ধ কৰি দিলে— সূৰ্য্যটোৰ ভাব: "ই কুটা গছে মোৰ লগত ফেৰ মাৰিবলৈ আহে— হোঃ।" অক্ষম ক্ৰোধত ডেই পুৰি সি আকৌ খোজ ল'বলৈ ধৰিলে।

আবেলি দুটকা সত্তৰৰ কাউন্টাৰত দেখা গ'ল—ভীষণ



ভিৰ। যেনেকৈ চেঁৰোৰে এটাৰ পিচত এটাকৈ আহি সাগৰৰ পাৰত এছাৰ খাই পৰেহি আৰু আকৌ উভতি যায় তেনেকৈয়ে ঠেলাহেঁচা কৰি টিকেটৰ বাবে মানুহবোৰে কাউণ্টাৰৰ ফুটাটোৰ পিনে যাবলৈ চেষ্টা কৰি আছে আকৌ উফৰি উফৰি পৰিছে! যি কেইজনৰ শৰীৰ মজবুত, যাৰ যাৰ বাহুত তীখাহেন শক্তিশালী মাংসপেশী তেনে কেইজনমান সৌভাগ্যশালীয়েহে শেষ পৰ্য্যন্ত টিকেট কাটিবলৈ পাৰিছে। এইখন মল্ল-যুদ্ধত কেলেই জানো মাইনাচ চিক্স চচমাৰে চুটি চাপৰ দুৰ্বল শৰীৰ হিমুৱেও যোগ দিলেহি। সি 'ইণ্টাৰভিউ' চাবই চাব। হলৰ মালিকে ৰাতিপুৱা টিকেট নিদিলে কি হ'ব, অভদ্ৰ মানুহবোৰে কিউ-নকৰি মাৰপিট কৰি টিকেট কাটিবলৈ পছন্দ কৰিলেও কি হ'ব, সি টিকেট কাটিবই কাটিব। তাৰ মনত জোৰ আছে। আজি সি 'ইণ্টাৰভিউ' চাবই চাব। সি আকৌ টিকেটৰ বাবে যুদ্ধৰত মানুহবোৰৰ ভিৰৰ মাজত জপিয়াই পৰিল।

ইমানবোৰ বিশাল সক্ষম পুৰুষৰ মাজত ক্ষীণকায় চুটি চাপৰ হিমুৰ কাণ্ড দেখি মাৰপিট ঠেলা হেঁচা উপভোগ কৰি দূৰত ৰৈ থকা তদৰ্কাৰী, কুৎসিং মানুহবোৰে বেছ কিছু পৰলৈ হাঁহিৰ খোৰাক পালে। এই দৰ্শকবোৰ হয় ইনভাইটেড্‌ গেষ্ট নতুবা অৱস্থাপন্ন সেই সকল চ' কল্ড স্নব চিত্ৰমোদী, যি সকলে নিৰ্বিকাৰচিত্তে ক'লা বজাৰৰ তিনি চাৰি টকাৰ টিকেট দহটকাকৈ কিনি চিনেমা চাবলৈ ৰৈ আছে। গল্প শেষ।

শেষ কথা বা সঁচা কথা:

ওপৰৰ গল্পটোৰ প্ৰায় পয়সত্তৰ শতাংশ সঁচা কথা। গল্প লিখাৰ খাতিৰত বাকী পঁচিশ ভাগ সত্যৰ ওপৰত মই মোৰ আধিপত্য চলাইছোঁ। গল্পটো শেষ কৰি উঠি সঁচা কথাখিনি কোৱাৰ খাতিৰত হে এই পেৰেগ্ৰাফ। ওপৰৰ গল্পটোৰ নায়ক হিমু নহয়—মই নিজে। হিমুক বৰ্ণাবলৈ গৈ মই নিজকে বৰ্ণাইছো। মোৰ এপিয়াৰেঞ্চ অবিকল হিমুৰ দৰেই। আপুনি যদি মোক মিছলীয়া বুলি ভাবে তেনেহ'লে কিছু কষ্ট কৰি খবৰ ল'লে জানিব পাৰিব চৌসত্তৰৰ

জানুৱাৰীত মই বৰ্ণোৱা ধৰণেই এক ফিল্ম ফেষ্টিভেলত মৃণাল সেনৰ 'ইণ্টাৰভিউ' দেখুওৱা হৈছিল অপ্সৰা হলত, বাতিপুৱা তাৰ এডভান্স টিকট সময়মতে দিয়া হোৱা নাছিল অথবা তাবোপৰি দুটকা সস্তৰৰ টিকেট বাতিপুৱা এটাও দিয়া হোৱা নাছিল। মোৰ সত্যভাষণৰ ওপৰত আপোনাৰ সন্দেহ নিকা হৈ গলে আপুনি নিশ্চয় বিশ্বাস কৰিব মোৰ বাকীখিনি কথা—। মই হিমুৰদৰেই শিক্ষিত আৰু বেকাৰ হলেও মই তাৰ দৰে সৎ নহওঁ। আজিৰ ক্ষমাহীন কঠিন সময়ৰ সৈতে মই ইতিমধ্যে বুজাপৰা কৰি লৈছোঁ। ইণ্টাৰভিউৰ দিনাখন মোৰ হাতত যথেষ্ট টকা, কাৰণ আগদিনাখন তীৰখেলোতে অবিশ্বাস্যভাৱে মোৰ নম্বৰ লাগিছিল। বাতিপুৱা হললৈ গৈ যেতিয়া মই দেখিলোঁ যে বেছ কিছু মানুহ এই ছবিখন চাবলৈ উদগ্ৰীৱ তেতিয়াই মই দহখন ওপৰ ক্লাচৰ টিকেট কাটি লওঁ আৰু আবেলি এই টিকট কেইখন চৰা দামত বিক্ৰী কৰি যথেষ্ট টকা উপাৰ্জন কৰোঁ।

———

# দীঘাত দুৰ্দিন

এটা বিশাল প্ৰাসাদৰ ওখ ছাদৰ পৰা ওলমা কাচৰ ফানুচ বতি জোৰেৰে সৰি আহি, স্ফটিক পাথৰ মজিয়াত ভাঙি চুৰমাৰ হৈ গ'লে যেনে এটা সাংগীতিক শব্দ উৎপন্ন হ'ব প্ৰায় তেনে ধৰণৰ এটা প্ৰাণখোলা হাঁহিৰ শব্দই সৰু চাহৰ দোকানখনত বহি থকা আমি কেজনমানৰ দৃষ্টি আকৰ্ষণ কৰি নিলে। হাঁহিটো তেৰ চৈধ্য বছৰীয়া কিশোৰী এজনীৰ। তাই থিয় হৈ আছে চাহদোকানৰ কাষতে লাগি থকা সৰু পান দোকানখনৰ সমুখত। বৰষুণ বাবে তাই তাতে থিতাপি লৈছে। ছোৱালীজনীয়ে কাণ সমনীয়া ক'লা মলা ল'ৰা এটাৰ সৈতে খুব ফুৰ্ত্তিৰে কথা পাতি আছে। কাণ দি সংলাপৰ পৰা অনুমান কৰিবলৈ চেষ্টা কৰিলোঁ তাই উৰিয়া নে তেলেগু নে চাওঁতালী। ক'লী ছোৱালীজনীৰ শৰীৰত যৌৱনে প্ৰথম পৰশ ইতিমধ্যেই বোলাই গৈছে ; ফটা ছিটা চুটি ফ্ৰকটোৰে অসাৱধানা ছোৱালীজনীয়ে হাঁহি মাতি কথা পাতোতে মৃদু মৃদু কঁপি উঠা তাইৰ কিশোৰী বক্ষই তাৰেই উমান দিয়ে।

ছোৱালীজনীৰ হাতত এখন ডলা। ডলাত সাগৰৰ পাৰত পোৱা শম্খৰ টুকুৰাৰে নিৰ্মিত বিভিন্ন ধৰণৰ পুতলা আৰু আ অলঙ্কাৰ। বুজা গ'ল তাই এনে ধৰণৰ বস্তু বাহানি বিক্ৰী কৰি জীৱিকা আজন কৰে। তাইৰ দেউতাক কোন ? তেওঁ কি কৰে ? দেউতাক নাই নেকি বাৰু ? নহ'লেনো তাই এনে ধৰণে ফেৰীৱালা সাজিব লগা হয় নে ? থাকিলেও হয়তো তাই খুব দুখীয়া পৰিয়ালৰ। সামান্য ভাত কাপোৰখিনি যোগাৰ কৰাই সিহঁতৰ বাবে বেছ কষ্টৰ চাগে। নহলেনো তাই এনে ফটা ছিটা ফ্ৰক পিন্ধি ঘুৰি ফুৰিব কিয় ? নিশ্চয় সিহঁতৰ ঘৰৰ অৱস্থা খুব বেয়া। সেয়ে তাই ওলাই আহিছে ফেৰী কৰিবলৈ। সাগৰ পাৰত বুটলিবলৈ পোৱা ৰংবিৰঙী শম্খৰ টুকুৰাৰে ঘৰতে তৈয়াৰ কৰা অসংখ্য আ অলঙ্কাৰ মালা পুতলাৰে ডলা সজাই দীঘাত ফুৰিবলৈ অহা টুৰিষ্ট

ভদ্ৰলোক ভদ্ৰমহিলাক সেই সামগ্ৰীবোৰ বিক্ৰী কৰি দুপইচা আৰ্জিবলৈ সেয়ে ওলাই আহিছে এই ভব দুপৰীয়া।

দীঘাত এনে সময়ত বৰষুণ নামে। ক্ষৰকাল বতৰ খুব কমেই থাকে। বৰষুণত সাগৰ পাৰত ফুৰাত আমোদ নাই। সেয়ে এতিয়া দীঘাত টুৰিষ্ট নামমাত্ৰ। হোটেলবোৰো তেনেই খালী। মই অলপতে বিয়া কৰালোঁ। বিয়া সংক্ৰান্ত দৰ্কাৰী হুলস্থুলবোৰ ঘৰত শামকটাৰ পিছতে চন্দ্ৰাক লৈ দীঘালৈ বুলিয়েই ওলাই আহিলোঁ। টুৰিষ্ট কম থাকিলেহে মধুচন্দ্ৰিকা বেছিকৈ উপভোগ কৰিব পৰা যাব এনে অনুমান কৰি বৰষুণ বতৰ জানি শুনিও দীঘালৈ আহিলোঁ। বাছৰ পৰা নামি ভাত পানী খাই অকনমান আৰাম কৰি বাহিৰলৈ ওলাই আহিলোঁ। দেখিলোঁ ৰ'দ আছে যদিও অদূৰত আকাশত ক'লা মেঘৰ লানিয়ে বৰষুণৰ যোজা কৰিছে। তথাপি চন্দ্ৰাই সাগৰ পাৰলৈ যাব খুজিলে। চন্দ্ৰাৰ এয়েই প্ৰথম সমুদ্ৰ দৰ্শন। মই অৱশ্যে পুৰীত, কোবালমত বম্বেত সাগৰ কেবাবাৰো দেখিছো। সাগৰ পাৰেৰে খোজ কাঢ়ি অলপ দূৰ যোৱাৰ পিছতে হুৰমূৰাই বৰষুণ নামিল। আমি দৌৰি গৈ কোনোমতেহে নিভিজাকৈ চাহৰ দোকানখন সোমাব পাৰিলো। চাহৰ দোকানখনত জিলাপি নাৰিকল লাৰু নিমকি আৰু চিঙাৰা আছে। নিকৃষ্ট চাহৰ দোকান। আমি ভালকৈ চাহ দুকাপ বনাবলৈ আদেশ দি মুখামুখিকৈ বহি ৰ'লো। চন্দ্ৰাৰ মুখত প্ৰথমবাৰৰ বাবে সাগৰ দেখাৰ বিস্ময়, মুগ্ধতা, আবিষ্টতা। সেয়ে তাই ছোৱালীজনীৰ হাঁহি শুনা নেপালে। মই পালোঁ। আৰু নৱবিবাহিতা পত্নীৰ সমুখতো কিয় জানো তাইৰ কথাকেই ভাবিব ধৰিলোঁ। আপাত দৃষ্টিত দৰিদ্ৰ যেন লগা ছোৱালীজনীৰ প্ৰাণ শক্তিৰ উচ্ছলতাখিনিৰ প্ৰাচুৰ্য্যই মোক বিস্মিত কৰি তুলিলে। যৌবনোদগম তাইৰ কিশোৰী শৰীৰৰ সাবলীল অংগীভংগীয়ে তাইৰ উপস্থিতিত এনে এক ৰহস্যৰ প্ৰলেপ সানিছে যি মোৰ অনুসন্ধিৎসাক আবিষ্ট কৰি ৰাখিব পাৰিছে। ক'লী ম'লী ছোৱালীজনী নাক মুখ অকনো তীক্ষ্ণ নহয় তাইৰ। এক কথাত অকণো আকৰ্ষণ নাই তাইৰ অৱয়বত। কিন্তু তাইৰ সেই স্বতঃস্ফুৰ্ত্ত, সোচ্ছাৰ মাৰাত্মক হাঁহিটোৱে মোক জোকাৰি থৈ গ'ল।



অকল মোকেই নহয় অদূৰৰ টেবুল এখন অধিকাৰ কৰি থকা তিনিজন যুৱককো তাই যে আকৃষ্ট কৰিব পাৰিছে সেয়া মই বুজিব পাৰিলোঁ তেওঁলোকৰ কথোপকথনৰ পৰা। যুৱককেজন নিশ্চয় মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিভু। দীঘালৈ ফুৰ্ত্তি কৰিবলৈ আহিছে— সমুদ্ৰস্নান ৰ'দত বহি 'বিয়াৰ' পান ইত্যাদি ইত্যাদি মধ্যবিত্তীয় বিলাস। সিহঁত যে এই অৰক্ষণীয়া দৰিদ্ৰ ছোৱালীজনীৰ শাৰিৰীক প্ৰাচুৰ্য্যক লৈ ব্যস্ত হৈ পৰিব তাত আচৰিত হ'ব লগীয়া একো নাই। যুৱককেজনে আদিৰসাত্মক ইংগিতেৰে যিটো ভাষাত অশালীন ভাবে ছোৱালীজনীৰ সুঠাম শৰীৰৰ প্ৰশংসা কৰি আছে সেই ভাষাটো ভাগ্যে চন্দ্ৰাই নুবুজে। বুজাহ'লে লাজতে তাইৰ কাণমূৰ ৰঙা হৈ গ'লহেতেন। তথাপি সিহঁতৰ কথোপকথনৰ পৰা তাইক আঁতৰাই ৰাখিবলৈ মই প্ৰায় জোৰ কৰিয়েই চন্দ্ৰাৰ সৈতে অবান্তৰ কিছু চুইট নাথিং বলকিব ধৰিলোঁ।

গধূলি যদিও বৰষুণ নাছিল তথাপি সিদিনা সাগৰ পাৰত মানুহৰ সমাগম কম। সাগৰৰ পৰা ফেৰফেৰীয়া ঠাণ্ডা বতাহ এছাটি মাৰি আছিল। গোটেই বীচখনত খুব বেছি বিশ-পচিহজন মানহে টুৰিষ্ট ঘূৰাঘূৰি কৰি আছিল। মই আৰু চন্দ্ৰাই খোজ-কাঢ়ি গৈ গৈ বীচৰ এমূৰৰ সুদূৰতম প্ৰান্তত নিৰিবিলি বিচাৰি অকণমান ওখ ঠাই এটুকুৰাত বহি সাগৰ বুকুত জোন ওলোৱা চাবলৈ বহি ৰ'লোঁ। আমাৰ একান্ত তন্ময়তা বীচৰ বালিৰ ওপৰত বিচৰণৰত দুই এজন টুৰিষ্ট, তেওঁলোকৰ হাঁহি খিকিন্দালিৰ বাহিৰে আন একোৱে ভাঙিব পৰা নাছিল। ধূসৰ গধূলিটো লাহে লাহে সমুখৰ অনন্ত সাগৰখনৰ লগতে কটু কৃষ্ণতালৈ পৰ্য্যবসিত হোৱাৰ সাক্ষী হিচাপে মই আৰু চন্দ্ৰা একেলগে সহজ সান্নিধ্যত বহি সেই গধূলিটোৰ সনাতনতাক কিমান চুমাৰে ধৰি ৰাখিবলৈ যত্নবান হৈ উঠিছিলোঁ।

"বাবু মালা লব? মালা? শংখৰ মালা আছে বাবু মেমচাহাবে পিন্ধিব—খুব ধুনীয়া লাগিব।"

ছোৱালীজনীয়া হিন্দীৰে কোৱা কথা কেইটাই আমাক আমাৰ কাষৰ পৰা আঁতৰাই আনিলে। বুজিলো ছোৱালীজনীয়ে তাইৰ

বস্তুবাহানি বিক্ৰী কৰাৰ ট্ৰিকচ্ বিলাক শিকি থৈছে। আমাক নেলাগে বুলি কোৱা সত্ত্বেও তাই গুচি ন'গল। উপৰন্তু কিবা এপদ কিনক কিবা এপদ কিনক বুলি জোৰজাৰি কৰিব ধৰিলে। তাই ফেৰীৱালাৰ বুদ্ধিৰে বুজি লৈছে যে মোৰ চন্দ্ৰাৰ ইণ্টিমেচীৰ এই ক্ষণ কেইটাত তাইৰ উপস্থিতি বিন্দুমাত্ৰও আমাৰ বাবে সহনীয় নহয়। গতিকে সোনকালে তাইক আঁতৰাই পঠিয়াবলৈ আমাৰ হাতত উজু উপায় হ'ল তাইৰ পৰা কিবা এটা কিনি লোৱা। নিকিনিলে আমাক অকলশৰীয়াকৈ এৰি থৈ তাই নাযায়। উপায়হীন হৈ তাইক আমাৰ কাষলৈ মাতিলোঁ। তাই আহি আথে বেথে তাইৰ ডলাখনৰ পৰা তাইৰ হাতত থকা আটাইতকৈ ধুনীয়া আৰু খুব সম্ভৱ আটাইতকৈ দামী মালা এডাল চন্দ্ৰাৰ পিনে আগবঢ়াই দিলে। চন্দ্ৰাৰ সেইডাল পছন্দ নহ'ল। কিন্তু তাই চন্দ্ৰাক সেইডালেই পতাবলৈ নেৰা-নেপেৰাকৈ কুটুৰিব ধৰিলে। মালাডাল হেনো খুব ধুনীয়া। উপায় নেপাই "ইমান ধুনীয়া যদি মালা ডাল তয়ে পিন্ধ" বুলি তাইৰ ডিঙিত সুমুৱাই দিলে। চন্দ্ৰাৰ এই উপায়হীন ভাবে খং উঠাৰ ভংগীটো ইমান মৰম লগা হৈছিল যে মই আৰু ছোৱালীজনী দুয়ো হাঁহি উঠিলোঁ। মই অলপ পৰৰ পিছতে উপলব্ধি কৰিলোঁ ছোৱালী-জনীৰ হাঁহিটো সেই দুপৰীয়াৰ হাঁহিটো। খিলখিল হাঁহিৰে তাই ভাঙি পৰিব খুজিছে। তাইৰ হাঁহিৰ শব্দটোৱে সমুখৰ বিশাল সাগৰখন, ক'লা হৈ উঠিব ধৰা আকাশখন সাগৰপাৰৰ বীচখনৰ আমি বহি থকা সুদূৰতম প্ৰান্তটোৰ অমোঘ একান্ততা খিনিলৈ যেন প্ৰত্যাহ্বান হে জনাইছে। তাইৰ উচ্ছল নিৰ্মল আনন্দখিনিয়ে তাইৰ পইচা উপাৰ্জনৰ আকুলতাখিনিক ফটাছিটা ফ্ৰকটোৱে আগুৰি ৰখা তাইৰ দৰিদ্ৰতাখিনিক এতিয়া ক্ষন্তেকৰ বাবে হলেও যেন দমাই ৰাখিব পাৰিছে—সেই বাবেই মোৰ ভাল লাগি গ'ল।

উভতি গৈ কলিকতাত পুনৰ যেতিয়া মোৰ কলেজীয়া দিনৰে বন্ধু অসিত, চিন্ময়, তপনহঁতৰ লগত আমাৰ নিয়মীয়া আড্ডাত বহিলোঁ তেতিয়াও আড্ডাত মোৰ মধুচন্দ্ৰিকাৰ বিবৰণতকৈ এই ফেৰীৱালা ছোৱালীজনীৰ হাঁহিৰ কথাহে বেছিকৈ বৰ্ণাব ধৰিলোঁ। অসিত বিৰাট ব্যৱসায়ী সংস্থাৰ অফিচাৰ যদিও সি কবিতা লিখে,



বিয়াবাৰু কৰোৱা নাই, চাকৰিৰ পইচা নেসাঁচি তাৰে কবিতাৰ আলোচনী উলিয়ায়। চিন্ময় ৰবীন্দ্ৰ সাহিত্যৰ ছাত্ৰ। তপন এখন বহুল প্ৰচাৰিত বাতৰি কাকতৰ সাংবাদিক। কেউজনৰে হৃদয়ত সংবেদী মন একোটা একোটা আছে—মই যেতিয়া বিস্তৃতভাবে অকল ছোৱালীজনী আৰু তাইৰ হাঁহিটোৰ কথা বৰ্ণাব ধৰিলো সিহঁত কেউটাই যথেষ্ট 'মুডদ্' হৈ গ'ল। পিছত অসিতৰ চিঠি এখনৰ পৰা জানিব পাৰিলো—মোৰ মধুচন্দ্ৰিকাৰ বিবৰণৰ আলমত তপনে এটা চুটি গল্প লিখি প্ৰকাশ কৰিছে গল্পটোৰ শেষ অংশখিনি বেছ ৰোমাঞ্চকৰ। ছোৱালীজনী হেনো আমাৰ ওচৰত মালা বিক্ৰী শেষ কৰি জনসমাগমৰ পৰা দূৰলৈ তাইৰ ঘৰ অভিমুখে খোজ লৈছে অকলশৰে। নিজান বাটেৰে—সাগৰৰ পাৰে পাৰে। অলপ পিছত দেবব্ৰত আৰু চন্দ্ৰাই দেখিলে দুপৰীয়া চাহদোকানত আদিৰসাত্মক বাৰ্ত্তালাপত মগ্ন যুৱক তিনিজনে সেই ছোৱালীজনী যোৱা বাটেৰে ফিচিঙা ফ্চিং কৰি খোজ কাঢ়ি গৈ আছে। দেবব্ৰত চন্দ্ৰাই এই সাধাৰণ কথাটোত গুৰুত্ব নিদিলে আৰু আকৌ মধুচন্দ্ৰিকাসুলভ প্ৰেমালাপ মৰম আদৰত দুয়ো দুয়োকে বুৰাই ৰাখিলে। পিছদিনা ৰাতিপুৱা দেবব্ৰত—চন্দ্ৰাই মৰ্নিংৱাক কৰিবলৈ ওলাই গৈ দূৰ সমুদ্ৰ পাৰত বালিত ডলা এখন আৰু শংখৰ মালা পুতলা সিচৰিত হৈ থকা দেখা পাই বিচাৰি খোচাৰি ওচৰৰে এটা জোপোহাৰ মাজত ছোৱালীজনীৰ মৃতদেহ আৱিষ্কাৰ কৰিব। পলিচে খুনৰ কাৰণ হিচাপে নথীভুক্ত কৰিব—কেৱাজনমান ছোৱালীজনীৰ ওপৰত পাশৱিক অত্যাচাৰ আৰু বলাৎকাৰ। অসিতে লিখামতে গল্পটোৱে যথেষ্ট চাঞ্চল্যৰ সৃষ্টি কৰিলে হেনো।

বহুদিনৰ মূৰত মই আকৌ দীঘাত। এইবাৰ লগত চন্দ্ৰা নাই। কলিকতালৈ এখন চেমিনাৰ এটেণ্ড্ কৰিব আহিছিলোঁ। তপন আৰু অসিতে ততাতৈয়াকৈ দীঘাৰ প্ৰগ্ৰাম তৈয়াৰ কৰি পেলালে। ময়ো গুৱাহাটীলৈ ওভতা দুদিন স্থগিত কৰি সাগৰ পাৰত অকণ-মান ফুৰি যাওঁ বুলি দীঘা পালোঁহি। ততাতৈয়াকৈ আহোঁতে কলিকতাৰ পৰা হুইস্কী বিয়াৰ একো অনা নহ'ল। আমি উঠা টুৰিষ্ট ডিপাৰ্টমেণ্টৰ কটেজটোৰ ওচৰতে মাছমৰীয়া গ্ৰাম্যজনৰ

বস্তী। তাত দেশী মদ পোৱা যায়। ফুৰিবলৈ আহিলে অনিয়মেই নিয়ম বুলি আমি তিনিওটাই মদৰ ভাটি বিচাৰি বস্তী পালোগৈ।

আমি যিখন ভাটিত বহিলোঁগৈ তাত সুৰাৰ লগে লগে নাৰী-দেহৰ ব্যৱসায়ো চলে। গধূলি তেতিয়া হৈ হুল্লোড় পুৰাদমে চলি আছে। আমি অলপ অলপকৈ মাতাল হ'ব আৰম্ভ কৰিলোঁ। উৎকৃষ্ট মাছভজা আৰু তেজাল দেশী মদ মাটিৰ গিলাচত। আমাক নাৰিকল গছ আৰু খেৰৰ জুপুৰীবোৰে আগুৰি আছে। মাতাল হোৱাৰ বাবে আইডিয়েল ৰোমাণ্টিক পৰিবেশ। নানান কথাৰ মাজত হঠাতে মোৰ মধুচন্দ্ৰিকাত লগ পোৱা ছোৱালীজনীৰ কথা উঠিল। অসিতে ক'লে, "সেই ছোৱালীজনীয়েই তোক গল্পলিখক হিচাপে ফেমাচ্ কৰি দিলে। সেই ছোৱালীজনীক লগ ধৰি তই ধন্যবাদ দিয়া উচিত।"

"এৰা তই ঠিক কৈছ। কিন্তু তাইক লগ পাবি কেনেকৈ? মইতো তাইক চিনি নেপাওঁ। ই চালা দেবব্ৰতে তাইক চিনি পায়—তই তাইক বিচাৰি দে না অ' দেবব্ৰত দেনা।" কথাৰ পৰা পৰা বুজিব পাৰিলো তপন ইতিমধ্যেই বেছ নিচাগ্ৰস্ত।

"নাই! নাই। এতিয়া মই সেইবিলাক ছোৱালী টোৱালী বিচৰাত নাই। মোক শান্তিত মদ খাব দে।"

এইবাৰ অসিতেও যোগ দিলে—"নহয় অ' দেবব্ৰত তই আৰ্জে-ন্সীটো বুজা নাই। সেই ছোৱালীজনীৰ কি হ'ল তাই এতিয়া কি অৱস্থাত ক'ত আছে জানিবলৈ এটা স্বাভাৱিক আগ্ৰহ আছে দেচোন আমাৰ—ব'ল না তাইক বিচাৰো।"

কিছু সময় পিছত ভাটিৰ গাতে গা লাগি থকা জুপুৰী এটাৰ পৰা প্ৰায় তেনেকুৱা প্ৰায় সেই ছোৱালীজনীৰ হাঁহিটোৰ নিচিনা এটা প্ৰাণখোলা হাঁহি ভাহি অহা আমি শুনিব পালোঁ। অলপ পৰ তভক মাৰি অসিতে মোক সুধিলে—"সেই হাঁহিটো—সেই হাঁহিটো তই দহ বছৰ আগেয়ে শুনা হাঁহিটো নহয়নে?"

"হোঁ? হাঁহিটো প্ৰায় অবিকল সেই ছোৱালীজনীৰ হাঁহিটো।"

"দেবু—হয় অ' সেই ছোৱালীজনীয়েই—সেই ফেৰীৱালা ছোৱালী-জনীয়েই কিজানি আজি এই মদৰ ভাটি বেশ্যাখানাত সোমাই আছেহি?"



"না:" মই প্ৰতিবাদ কৰিলো," এই হাঁহিটো সেই হাঁহি হবই নোৱাৰে। সেই হাঁহিটো আছিল সজীৱ হাঁহি প্ৰাণোচ্ছল হাঁহি। এই হাঁহিটোত সেই হাঁহিটোৰ স্বতঃস্ফূৰ্ত্ততা নাই। এই হাঁহিটো যথেষ্ট লেবাৰ্‌ড্। কোনোবা যুৱতীয়ে জোৰ কৰি হঁহা হাঁহি। এইজনী সেইজনী ছোৱালী হবই নোৱাৰে।"

অসিতে কিন্তু নেৰে—"বয়সৰ আচোৰ বুলি এটা কথা আছেটো? কিশোৰী এতিয়া যুৱতী! বয়সে তাইৰ হাঁহিৰ পৰা স্পনটেনে-ইটি কাঢ়ি লৈ গৈছে। কিন্তু মই চিওৰ যে এই ছোৱালীজনীয়েই সেই ছোৱালীজনী। ব'লচোন চাই আহো। তই চিনি পাবি।"

নিচাগ্ৰস্ত তপন এইবাৰ দাৰ্শনিকৰ দৰে নিস্পৃহতাৰে কব ধৰিলে, "ফেৰীৱালা ছোৱালীজনী এজনী নিষ্কলঙ্ক কিশোৰী। দৰিদ্ৰ কিন্তু নিষ্পাপ। তাই মালা বিক্ৰী কৰি পেট প্ৰবৰ্ত্তায়। মালা বিক্ৰী হলেই তাই খাবলৈ পাব। তাইৰ সহজ জীৱন যাত্ৰাত পাপে তেতিয়াও প্ৰবেশ কৰা নাই সেয়ে তাইৰ হাঁহি নিৰ্মল প্ৰাণোচ্ছল, স্পনটেনিয়াচ্ কিন্তু তাই যেতিয়া যৌৱনত তেতিয়া দৰিদ্ৰতাই যৌৱনক উপহাস কৰি তাইৰ জীৱনলৈ পাপ মাতি আনে। পিতৃহীন ফেৰীৱালা ছোৱালী মদৰ ভাটিলৈ আহে। বেশ্যা হৈ যায়।"

অসিত এইবাৰ উৎসাহত ফাটি পৰে "একজেক্টলি। সেই ছোৱালীজনীয়েই এই ছোৱালীজনী। তাইক আমি লগ পাবই লাগিব। ব'ল।" মোক সি এহাতেৰে খামুচি টানাৰ উপক্ৰম কৰিলে আনখন হাতেৰে বটলটোৰ এক-তৃতীয়াংশ মদ সি চক্‌চকাই গিলি পেলালে।

মই অলপ সময় তভক মাৰি চিন্তা কৰিলোঁ—কথা দূৰলৈ গতি লৈছে। আমি তিনিটা উচ্চবিত্ত মধ্যবয়সী সমাজৰ অদৰ্কাৰী জীৱ। আমি এতিয়া এজনী অচিনাকী ছোৱালী বিচাৰি যাম। কেৱল এই বাবেই যে সেই ছোৱালীজনীৰ এটা হাঁহিৰ আলম লৈ আমাৰ মাজৰে এজনে কিঞ্চিৎ সাহিত্যিক সুনাম কিনিছিল। লেখকজনে ছোৱালীজনীক ধন্যবাদ জনাব। কি বুলি ধন্যবাদ জনাব—তাই দৰিদ্ৰ বুলি? নে তাই দৰিদ্ৰতাৰ মাজতো হাঁহিব পাৰিছে বুলি? আমাৰ শুদা মুখৰ ধন্যবাদ এটা তাইৰ বাবে কিমান মূল্যবান?

মই অলগ গমি পিটি চালোঁ। আজি ৰাতিৰ এইখন তৃতীয়শ্ৰেণীৰ ভাটিখানা। বেশ্যালয়ৰ ভিতৰত আমি তিনিটা মাতালে ছোৱালীজনীক লৈ এনে কাণ্ড এটা কৰিলে ঘটনা বহুদূৰ পাবগৈ পাৰে। এতেকে মই তৎক্ষণাৎ মিছা মাতি পেলালোঁ।

"ভাই অসিত, ভাই তপন। মোক মাফ কৰিবি। দহবছৰ আগেয়ে মই তহঁতৰ আগত মিছা কথা কৈছিলোঁ। চন্দ্ৰাৰ লগত যোৱাবাৰ দীঘালৈ আহোতে মই কোনো মালা বেচা ফেৰীৱালা ছোৱালী লগ পোৱা নাছিলো বা তাইৰ কোনো হাঁহিও শুনা নাছিলো। ফেৰীৱালা ছোৱালীৰ প্ৰসংগ ইয়াতে শেষ কৰ।"

সেইদিনা গভীৰ ৰাতি আমি তিনিজনে টলংপলংকৈ ভাটীখানাৰ পৰা ওলাই আহিছিলো। সুৰটো ঝিম্ ঝিম্ কৰিছিল। বেচ নিচা লাগিছিল। ভাটিটোৰ কাষতে ৰাস্তাৰ দুয়োকাষে বহুতো জুপুৰী। গৰীৱ মানুহৰ ভগাছিগা জুপুৰীবোৰ। হোটেললৈ উভতি অহাৰ বাটত মই কেৱা ঠাইতো ৰ'ব লগীয়া হ'ল। প্ৰায় প্ৰতিটো জুপুৰীৰে পৰা ওলাই অহা শব্দ এটাই মোক ৰৈ যাবলৈ বাধ্য কৰাইছিল। মাজতে এবাৰ তপনে সুধিলে—"ঐ তই ৰৈ গৈছ কিয় ?"

"এটা শব্দ এটাৰ উমান লৈছোঁ।"

"কি শব্দ ?"

"এটা হাঁহিৰ শব্দ। সেই হাঁহিটো—সেই ফেৰীৱালাজনীৰ হাঁহিটো—সেই হাঁহিটো চোন প্ৰতিটো জুপুৰীতে শুনা যায়—তহঁতে শুনা নাই ? শুন চোন শুন কাণ পাতি শুন।"

"হাঃ মাতাল ! নিচা হৈছে ৰে'—দেবব্ৰতৰ ভাল নিচা হৈছে।"

— — —

# সন্দেহ ইদানীং

গল্পৰ আৰম্ভ ঃ

ফাগুন মাহৰ ধুলি ভৰা ধূসৰ দুপৰীয়া বিপুঞ্জয়ে গুৱাহাটীৰ উপকণ্ঠত মাটিৰ দালাল এজনৰ সৈতে মাটি চাবলৈ গৈছিল। মাটিখিনি মিকিৰ এজনৰ। মিকিৰ বস্তিত দুয়োটাই অলপ অলপ লাওপানী খাই উভতিব ধৰোতেই ঘটনাটো ঘটিল। চৌদিশ ধুলি-শুকান-খেতিৰ মাটি ফাটি চৌচিৰসেউজীয়া নামমাত্ৰ অ'ত ত'ত দেখা যায়—বেলিৰ ৰ'দখিনি পৰ্য্যন্ত টেলা। এনে অনাকৰ্ষণীয় লেণ্ডস্কে'প এখন ভাঙি ওলাই আহিল অদূৰত ৰঙা শাৰী পিন্ধা দুজনী কলা মলা স্বাস্থ্যৱতী ছোৱালী। সিহঁতৰ চকুৰে মুখে আমন্ত্ৰণ, দেহৰ ভাজে ভাজে বাসনাৰ প্ৰকট পোহৰ। নিচাগ্ৰস্ত বিপুঞ্জয় চাওঁতালী ছোৱালী দুজনীৰ নিকটতাত মাদলৰ শব্দ শুনা পালে—দ্ৰিদিম দ্ৰিদিম দিম্ দ্ৰিদিম দ্ৰিদিম দিম্। ছোটানাগপুৰৰ কোনোবা অজানা গাঁৱৰ ৰাতিপুৱা দেহমন মতলীয়া কৰা মহুৱা ফুলৰ গোন্ধ পালে। পূৰ্ণিমা ৰাতি কোনোবা তন্খা পোৱা শনিবাৰে জোনৰ তলত মহুৱা পান কৰি কঁকালত ধৰি নচা, এজাক চাওঁতালী ছোৱালীৰ ভৰিৰ ছন্দ দেখা পালে। নিচাগ্ৰস্ত বিপুঞ্জয়ে মন্ত্ৰমুগ্ধৰ দৰে ছোৱালী দুজনীৰ হাত—ছানিৰ পিছে পিছে খোজ ল'লে অদূৰৰ জুপুৰী এটালৈ।

এসময়ত যৌৱন আছিল। এসময়ত বিপুঞ্জয় কবি আছিল। বিপুঞ্জয়ো এসময়ত "ভিজিয়নাৰী" আছিল। নতুন দিনৰ সপোন দেখিব পৰা তাৰ সাহস আছিল। পঢ়াশুনা আধাতে জলাঞ্জলি দি দেশৰ সংখ্যা গৰিষ্ঠ দৰিদ্ৰক মুক্ত কৰোঁ বুলি বিপ্লৱতো যোগ দিব পাৰিছিল সি। এতিয়া প্ৰৌঢ়ত্বৰ দুৱাৰ দলিত বিপুঞ্জয়, সময়ৰ স্বচ্ছ "ভিজন"ত অনেক ধূলিৰ প্ৰলেপ।

( নাঃ। ঠিক এনেকৈ লিখিলে নহ'ল। ঠিক হোৱা নাই। গল্পটোক আন এক ধৰণে আৰম্ভ কৰা যাওক—)

গল্পৰ আৰম্ভ ঃ

ৰিপুঞ্জয় আৰু কম্‌ৰেʼড চক্ৰৱৰ্তী শুই আছিল অকণমান জুপুৰীটোৰ ভিতৰত্। দিনটো প্ৰায় এঘাৰ মাইলমান খোজ কাঢ়ি জংঘলখন পাৰ হৈ চাওঁতালী গাওঁখন পাইছিল সিহঁতে। ভাগৰত লৰেজান সিহঁতক ঠাই দিলে চাওঁতালী গাৱঁলীয়া জনতাই—খাবলৈ শুকান ৰুটি সিজোৱা অলু—শুবলৈ খেৰেৰে বিছনা পাতি দিলে। সিহঁত শুই পৰিল। তেতিয়া মাজনিশা। সিহঁতক কোনোবাই গাত ধৰি জোকাৰি তুলিলে। পুলিচ! পুলিচ! চক্ৰৱৰ্তীয়ে সুধিলে, "কোথা?" "হʼই জংগলে। টৰ্চৰ আলো দেখা যাইছে যে।" চক্ৰৱৰ্তীয়ে ৰিপুঞ্জয়ক আদেশ দিলে, "তুমি অকলে সমুদ্ৰৰ পিনে পলোৱা। অস্ত্ৰ আৰু কাগজ ঠিক ঠাইত পোৱাই দিয়াৰ দায়িত্ব তোমাৰ। মই আনখন গাৱঁলৈ যাওঁ-চমৰেন্দুক লগ পাব লাগিব।"

ৰিপুঞ্জয়ে উৰ্দ্ধশ্বাসে দৌৰিব ধৰিলে। সমুদ্ৰৰ পিনে। সমুদ্ৰ? সমুদ্ৰ কʼত? ইয়াত পুলিচ—ইয়াত মৃত্যু। পলোৱা। দৌৰা। প্ৰাণ টাকি দৌৰা। তুমি পলোৱা। তুমি বাচি থাকিব লাগিব। ইয়াত হত্যাকাৰী পুলিচক ৰুধিব চাওতালী জনতাৰ সাহসী টাঙিয়ে। তুমি দৌৰা! সমুদ্ৰৰ পিনে দৌৰা যিমান জোৰে পাৰা দৌৰা!

ৰিপুঞ্জয়ে এতিয়া দৌৰিব নেলাগে। কাৰণ ৰিপুঞ্জয় উভতি আহিল। জেʼলৰ পৰা ওলাই ৰিপুঞ্জয়ে দেখিলে দেশত আপাত শান্তি বৰ্ত্তমান। পাৰ্টিৰ জকাঁটোহে আছে। কাৰো লগত কাৰো যোগাযোগ নাই। মতৰ মিল নাই। অলপ ঘূৰা ঘূৰি কৰি ৰিপুঞ্জয়ে এটা চাকৰি যোগাৰ কৰিলে। নহয়, নহয়। চাকৰি নহয়। সি ব্যৱসায়ত নামিল। গল্পটোৰ খাতিৰত তাক ব্যৱসায়ত নমাব লাগিব। কাৰণ ব্যৱসায় নহলে সাধাৰণ চাকৰি এটাৰে ৰিপুঞ্জয়ে ইমান কম সময়ৰ ভিতৰতে ইমানবোৰ ধনসম্পত্তি কৰিব কেনেকৈ? কাৰণ, গল্পটোৰ নায়ক ৰিপুঞ্জয়ৰ বৰ্ত্তমান ঘৰ সংসাৰ উভৈনদী। সুন্দৰী গৃহিণী, ফ্ৰিজ, গেচ অʼভেন আনকি এতিয়া সি গুৱাহাটীৰ উপকণ্ঠত মাটিও কিনিব নেকি? এতেকে, চাকৰি নহয়-ব্যৱসায়। (অৰ্থাৎ গল্পটো এইবাৰো ঠিকমতে গথা নহল। আন এক ধৰণে আৰম্ভ কৰিব লাগিল—)



গল্পৰ আৰম্ভ :

কাণৰ কাষতে ডেডাউৰি পাৰি ভিক্ষাৰীটোৱে চিঞৰেৰে ৰাতিপুৱাতে মানে প্ৰায় সাতটা বজাতে ৰিপুঞ্জয়ৰ টোপনি ভাঙি দিলে। ভিক্ষাৰীটোক ভিক্ষা লাগে। ভিক্ষাৰীটোৱে দুদিন এটা খুদকণো খাব পোৱা নাই। এতেকে মাইজীয়ে ভগবানৰ নামত অলপ ভিক্ষা দিয়ক। ডানলʼপিলʼৰ বিছনাৰ পৰা ৰিপুঞ্জয়ে বিৰক্তিৰে চাকৰটোক চিঞৰ ধৰিলে, "উপেন, ঐ উপেন, ভিক্ষাৰী খেদিব নোৱাৰ? ৰাতিপুৱাতে টোপনিটো ভাঙিলেহি।" বাথৰুমত চাৱাৰৰ ঝিৰ ঝিৰ শব্দ। তাৰে পৰা গৃহিনীয়ে মাত লগালে, "তুমি উঠিলা নেকি? ভালেই হʼল। আকৌ নুশুৱা। আজি ৰাতিপুৱাতে মাটি চাবলৈ যোৱাৰ কথা আছিল যে—। মোৰ গা ধোৱা হলেই ব্ৰেʼকফাষ্ট লগাম। তুমি নুশুৱা আকৌ।" বেʼড চাইড টেবুলৰ পৰা ৰিপুঞ্জয়ে, ষ্টেʼট এক্‌চ্‌প্ৰেচৰ পেকেটটোৰ পৰা এটা চিগাৰেট উলিয়াই ললে।

এসময়ত ৰিপুঞ্জয় ভিক্ষাৰীবোৰৰ আপোন আছিল। প্ৰলেতৰিয়েতৰ ৰাজত্ব তাৰ সপোন আছিল। গৰীব জনতাৰ দলে দেশখনৰ ক্ৰুকেদ্ ৰাজনীতিৰ মকৰাজাল গুচাই নতুন সময়ৰ পাতনি মেলিব তাৰ দৃঢ় বিশ্বাস আছিল। সি সেয়ে নিজকে এই দুখীয়া গৰীবৰোৰৰ এজন বুলি ভাবিছিল। দেশৰ চলিত শাসন যন্ত্ৰটোৰ বিৰুদ্ধে ডন্ কুইক্‌চোটৰ দৰে আন বহুতৰে সৈতে যুদ্ধত লাগিছিল। জেলৰ পৰা ওলাই সি দুবছৰৰ ভিতৰতে কিন্তু ভিক্ষাৰীৰ শাৰীৰ পৰা মাটি কিনা মহাজনলৈ ৰূপান্তৰিত হʼল। তাৰ মাজতে বৈ গʼল এটাৰ পিছত এটাকৈ ৰিপুঞ্জয়ে অচেতন ভাৱে কৰি যোৱা কম্প্ৰমাইজবোৰৰ ইতিহাস। কৰাপ্‌চন, ভেটি, বেক্‌ষ্টেবিং চৰকাৰক ঠগোৱা-জনতাক ঠগোৱা অফিচাৰ ইঞ্জিনীয়াৰ বোৰৰ সʼতে তাৰ হাত মিলোৱাৰ ইতিহাস। কিমান বৈচিত্ৰপূৰ্ণ ঘটনা। সেই ঘটনাবোৰ বৰ্ণোৱা এই গল্পটোৰ উদ্দেশ্য নহয়। গল্পটোৰ উদ্দেশ্য হল : এই যে ৰিপুঞ্জয়ৰ নিৰ্বিবাদ জীৱন, সুন্দৰী স্ত্ৰী, সুশোভন ঘৰ, ৰেডিঅʼগ্ৰাম, বিহ-সন্মিলনীত পেট্ৰনৰ বিষয়-বাব, এইবোৰ সঁচায়ে নিৰ্বিবাদ নে? এইবোৰৰ মাজতে গড্ডালিকাৰ দৰে সঁচাই বৈ যাব পাৰিছেনে এসময়ৰ বিপ্লবী ৰিপুঞ্জয়ৰ মন? এতিয়াও তাৰ মনৰ কোনোবা আনকন্‌চাচ কোণত

বাজি উঠেনে চাওঁতালী মাদলৰ দ্রিদিম্ দ্রিদিম্ শব্দ ? সপোনৰ এন্ধাৰত হঠাৎ জ্বলি উঠে নে বিক্ষোভৰ প্ৰতিবাদ হেজাৰ মশাল ? তাৰ নিলিখা কবিতাত এতিয়াও কোনোবা কমৰে'ডে নতুন যুৱকৰ লক্ষ্যস্থিৰ কৰাবলৈ চাওঁতালী টাঙিৰ বিষাক্ত কাঁড়ৰ আগত বিপুঞ্জয়ৰ এই সচ্ছল উচ্চবিত্ততাক থিয় কৰি দিয়েনে বাৰু ? এনেকুৱা এনেকুৱা সন্দেহ আত্ম-সমালোচনাই বিপুঞ্জয়ক এই গল্পটোৰ নায়ক সুলভ বিশ্বাসযোগ্যতাৰ পৰা যথেষ্ট আঁতৰত ৰাখিছে বাবেই লেখকে গল্পটো আৰম্ভ কৰিবলৈ গৈ বাৰে বাৰে ব্যৰ্থ হৈছে। কাৰণ বিপুঞ্জয়ৰ দৰেই লেখক জনেও জানে যে বিপুৱ বৈ নেথাকে। দেশৰ শোষিত প্ৰৱঞ্চিত গৰিষ্ঠ জনক সৰ্ব্বকালৰ বাবে কেতিয়াও দমাই ৰাখিব পৰা নেযায়। এদিন নহয় এদিন দেশলৈ মুক্তি আহিবই। সেইদিনা সেই সুদিনৰ ৰাতিপুৱা বিপুঞ্জয়ে এই লেখকে আৰু এওঁলোকৰ দৰে বাট হেৰুৱাই পেলোৱা বোৰে তেওঁলোকৰ হিয়াত সযতনে কঢ়িয়াই ফুৰা আজিৰ সন্দেহখিনিৰ বাবে জবাব দিবই লাগিব।

গল্পৰ শেষ অংশ ঃ

গৃহিণীৰ প্ৰেগনেঞ্চী সংক্ৰান্ত কিছু ব্যতিক্ৰমৰ বিষয়ে কিছু কথা পাতিব লগীয়া আছিল। স্কুলীয়া দিনৰে ক্লাচফ্ৰেণ্ড এজনে স্ত্ৰীৰোগ সম্পৰ্কে গৱেষণা কৰি আছে হচ্ পিটেলত। বিপুঞ্জয়ে তাকেই লগ ধৰি মনৰ খোকোজাখিনি ভাঙি ডাক্টৰৰ লগতে হচ্ পিটেলৰ পৰা বাহিৰৰ পিনে আহি আছিল। এনেতে ভিতৰৰ পিনে যাবলৈ ধৰা ছোৱালীজনীয়ে দেখা পালে তাক। দেখা পাই হাঁহিলে। তাই তাক চিনি পাইছে। সিও তাইক। সৌ সিদিনাখনহে মাত্ৰ মিকিৰ বস্তীৰ পৰা ওভতোতে পথাৰৰ মাজৰ ৰাস্তাত—সেই জুপুৰীটো—মহৱা—মাদল—স্বাস্থ্যৱতী ছোৱালীজনী—লোদোৰ পোদোৰ চাওঁ-তালী ছোৱালীজনী। তৎক্ষণাত তাৰ ধমনীত দ্ৰিদিম দ্ৰিদিম দিম্ মাদলৰ শব্দই ৰজন জনাই গ'ল। —“এই ছোৱালীজনীক—এই যে তোলৈ চাই হাঁহিলে ছোৱালীজনী—তই চিনি পাৱ নেকি।” —“হাঁ ? ছোৱালীজনী ? কিয় ? কি হ'ল ?” বিপুঞ্জয়ে আচলতে



সন্তীয়া বেশ্যা জনীৰ সৈতে তাৰ চিনাকিৰ কথা ডাক্তৰজনক কবলৈ টান পাইছে।

—“নাই—মানে, ছোৱালীজনী মোৰেই পেচেণ্ট। প্ৰচ্ এজনী। চিফিলিচৰ বীজাণুৰে ভৰ্ত্তি।”

—“কি কলি ? চিফিলিচ ?”

—“অঁ। চিফিলিচ। ভি ডি। যৌন ৰোগ।”

বিপুঞ্জয়ে বুজিলে যে ছোৱালীজনীৰ গুপ্তাংগত ঘৃণীয়া ৰোগ। ৰোগটো তাই তালৈকো বিয়পালে নেকি ? সি আজিয়েই তেজ পৰীক্ষা কৰাব। চিফিলিচ বেমাৰটোৱে মানুহৰ জীৱনটোলৈ ঘণীয়া কৰি যায় নেকি ? সি কৰ'বাত তেনেকৈয়ে পঢ়িছিল। বেমাৰটো বাৰু ভাল হয় নে নহয় ? সি নেজানে।

---

# সত্তৰ আশী ভৱিষ্যত ইত্যাদি

বৈ বৈ ৰাস্তাৰে গধুৰ বুটৰ শব্দ গেৰেপ গেৰেপকৈ পাৰ হৈ যায়। নহ'লে ৰাস্তাটো নিজম নিজান। চহৰত এতিয়া কাৰ্ফিউ। পৰহি ৰাতিৰ ভীষণ গণ্ডগোলটোৰ পিচৰে পৰা অথৰিটিৰ নিৰ্দ্দেশ-মতে চহৰত এতিয়া চি আৰ পি আৰ্মিৰ শাসন। নাগৰিকৰ দৈনন্দিন কাৰ্য্যসূচী বিপন্ন। চহৰৰ বজাৰ সমাৰ বন্ধঃ মানুহৰ ওলেৰা সোমোৱা নিষিদ্ধ; যানবাহনৰ চলাচল স্তব্ধ। চহৰত এতিয়া কাৰ্ফিউ।

সিহঁতৰ দুজনীয়া সংসাৰখনলৈ এই আপদীয়া সময়খিনিত কেবাটাও দুশ্চিন্তা একেলগে নামি আহিল। ঠিক যিখিনি ঠাইৰ পৰা গণ্ডগোলটোৰ সূত্ৰপাত, চহৰৰ সেইটো চুবুৰীৰে এটা মেছত মাজনীৰ সৰুটো ভায়েক থাকে। তেনেই চেঙেলীয়া ডেকা; গাৰ গৰমখিনি পুৰা মাত্ৰাই আছে—তাতে আকৌ এসময়ৰ বিপ্লৱী বাপেকৰ পুতেক। থিতাতে গণ্ডগোলৰ ভিতৰত নোসোমাবগৈ তাৰ কোনো নিশ্চয়তা নাই। কাৰ্ফিউৰ বাবে সঠিক খবৰ বাতৰিও পোৱা অসম্ভৱ। সেয়ে ভাইটোৰ কি হ'ল নহ'ল ভাবি গুণি কান্দি কাটি গোটেই ৰাতিটো যোৱা কালি মাজনীৰ চকুত টোপনি নাই। ইপিনে তাইৰ টোপনি নাই দেখি, কাজলৰ চকুতো টোপনি নাই। সি জানে, তিৰোতাৰ এনে সময়ত মনত শান্তি সুস্থিৰতা নেথাকিলে যি কোনো মুহূৰ্ত্ততে অঘটন ঘটি যাব পাৰে। মাজনীৰ গাত আজি ঠিক নমাহ। অথচ এনে ক্ৰিটিকেল সময়ত এইবোৰ হুলস্থূল—কাৰ্ফিউ হৰতাল।

[ কিছু মন্তব্য অদৰ্কাৰী আড্ডা এখনত উচ্চাৰিত (নতুবা নিচিন্তাকৈ]ঃ

আত্ম সমালোচনা কৰি নেচায় কিয়? আমি আছোঁ ক'ত? মোৰ দেউতা—বুইছেনে—মোৰ দেউতা আছিল এজন সাধাৰণ



টিকে'টচেকাৰ, ৰে'লৰ টিকে'ট চেকাৰ—সামান্য দুকুৰি তিনিকুৰি দৰ্মহা তেতিয়া। তথাপি ঘৰত আমি খাটি ঘিউ মাখন খাব পাইছিলোঁ বুইছেনে—অথচ এতিয়া—মোকেই চাওক, মই এজন কলেজৰ লেকচাৰাৰ, মই মোৰ ল'ৰাক খাটি ঘিউ কিয়—ত্ৰিশটকীয়া ডালডাৰ টিং এটাও আনি দেখুৱাব নোৱাৰো। দোষ কাৰ? দোষ মোৰ—নে ৰাষ্ট্ৰৰ?

—নহয় নহয়, কথাটো ঠিক তেনেকুৱা নহয়। আমাৰ ৰাষ্ট্ৰ, আমাৰ পিতৃসম এটা ফাদাৰ ফিগাৰ। ৰাষ্ট্ৰই দেশৰ অগমাৰ জনসাধাৰণক সুৰক্ষা যাচিবলৈ বাধ্য। কিন্তু প্ৰকৃততে আমি সুৰক্ষিত জানো? এই ধৰক—আপোনাৰ পকেটত পইচা নাই। মজদুৰৰ হাতত কাৰখানাৰ কাম নাই। আচল খেতিয়কৰ হাতত খেতিৰ মাটি নাই। নাই নাই, মোক বাধা নিদিব, মোক কৈ ল'ব দিয়ক—কি কৈ আছিলোঁ—হঁ। নাগৰিকৰ সুৰক্ষা, আপোনাৰ পকেটৰ পইচা, মজদুৰ খেতিয়কৰ কাম বন খেতিবাতি—এইবোৰ কাঢ়ি নিছে কোনে—আপুনি নে মই, নে ৰাষ্ট্ৰই, কিছুমান সুবিধাবাদী ৰাজনৈতিক নেতাই, নে মনোপলিষ্ট ব্যৱসায়ী কিছুমানে—ঠিক কৈছে আপুনি আফটাৰ অল এইখন এখন ৱেলফেয়াৰ ষ্টেট, সুৰক্ষা যাচিবলৈ আমাৰ দেশ কনষ্টিটিউচনেলী......

—হাঃ হাঃ হাঃ সুৰক্ষা যাচিব ৰাষ্ট্ৰই? আমাক? হাঃ হাঃ হাঃ—ৰাষ্ট্ৰটোৱেন নিজেই অৰক্ষিত—নেজান নেকি দেশত ইন্টাৰনেল ইমাৰ্জেঞ্চী কিবা বোলেনে আভ্যন্তৰীণ কিবা....হাঃ হাঃ ]

প্ৰথম সন্তানৰ অপেক্ষা—কাজল মাজনী দুয়ো অনভিজ্ঞ। মনত হেজাৰ সাহ বান্ধি থাকিলেও হোৱালীৰ মন তিলমানকৈ হ'লেও সংশয়াকুল হ'বই। ইপিনে দেশৰ অৱস্থাও হুলস্থূলীয়া। কাৰ্ফিউ মিলিটেৰী চৌদিশে, ক'ত কেতিয়া গণ্ডগোল লাগে ঠিক নাই। ভাইটিটোৰ একো খবৰ নেপাই এনেয়ে মাজনীৰ মনত উগুল থুগুল লাগি আছে। তাইৰ এনে সংকটজনক অৱস্থাত কাজলে যে মাক দেউতাকৰ ওচৰ চাপিব তাৰো উপায় নাছিল। তাৰে মাজনীৰে জাতকুল নিমিলে। মাজনীক বিয়া কৰো বোলোতেই দেউতাকে তাক ত্যাজ্যপুত্ৰ ঘোষণা কৰে। তেতিয়াৰে পৰা ঘৰৰ লগত তাৰ সম্পৰ্ক নাইকিয়া।

মাজনীৰ মাক ঢুকুৱা আজি ডেৰ বছৰ হ'ল। সিহঁতৰ ঘৰতো কোনো তিৰোতা মানুহ নাই। দেউতাকে এই বয়সতো পাৰ্টিৰ কামত বাগানে বাগানে ঘূৰি ফুৰে। ডাঙৰ পুতেকেও একো কাম নহ'ব বুলি আজি কালি সাহিত্য চৰ্চা কৰে—বিপ্লৱ আনিবলৈ কবিতা লিখে। মাজুটোৱেই ঘৰখন চলাই আছে। দিনত অফিচ এটাত কেৰাণী কাম কৰে—ৰাতি হ'লে মদৰ ভাটিত পৰি থাকে গৈ। সৰুটো অলপ বেলেগ, চহৰত বেংক এটাত কাম কৰে—ৰাতি আইনো পঢ়ে। যোৱা কালিৰ হুলস্থূলত তাৰেই কি হ'ল ন'হল ভাবি মাজনীৰ মনত যত দুশ্চিন্তা।

দিনৰ দহমান বজাত প্ৰথমবাৰৰ বাবে মাজনীৰ বিষটোৱে উক দিলে। অসহ্য কষ্ট। অসহ্য চিঞৰ বাখৰ। মৌখিক প্ৰবোধে বিশেষ কাম নিদিয়াত একে কম্পাউণ্ডৰে আনটো ভাড়া ঘৰত থকা খুড়ীক বিচাৰি গ'ল কাজলে। খুড়ীয়ে পাকঘৰৰ কাম ক্ষান্ত এইটত পঢ়া ডাঙৰ-জনী ছোৱালীক চমজাই তাৰ ঘৰ পালেহি। মাজনীৰ অৱস্থাটো চাই খুড়ীয়ে তাক কয়—'বুইছা কাজল, আজিয়ে কিবা এটা হেস্ত নেস্ত হ'ব যেন পাইছোঁ—। কিন্তু নিয়মমতে চোন এতিয়াও দহ বাৰ দিন মান বাকী?' 'এঃ নিয়মৰ অলপ ইফাল সিফাল হয়েই। ভাবিবলৈ একো নাই। চাওঁ তুমি অলপ সিকোঠালৈ যোৱাচোন।'

মাজনী শুই থকা কোঠাটোৰ পৰা ওলাই গৈ বাহিৰত অকলে অকলে বহি প্ৰথমবাৰৰ বাবে কাজলে ঘটনাৰ গুৰুত্ব উপলব্ধি কৰিলে। সিকোঠাত খুড়ীৰ শুশ্ৰূষা আৰু মাজনীৰ অবিৰাম কেকনি গেথনি চলি আছে। এই দুদিনত জানোচা সাংঘাতিক কিবা এটা হৈ যায়। তাতে কাৰ্ফিউৰ দিন, ওলোৱা সোমোৱা বন্ধ। কাৰোপৰা কোনো ধৰণৰ সহায় সুবিধা আশা কৰিব নোৱাৰি। এনে দুৰ্যোগত আজি যদি মাজনীৰ সাংঘাতিক কিবা এটা হৈ যায়? এইবোৰ ৰাজ্যৰ দুশ্চিন্তা মূৰত লৈ সি মনে মনে মাজনীৰ চিঞৰবাখৰৰ বৰ্দ্ধিত ইন্টেঞ্চিটি সহি যাব ধৰিলে।

'বুইছা কাজল—এইৰ কাণ্ড কাৰখানা বৰ ভাল দেখা নাই—তুমি এজন ডাক্তৰকে মতাৰ বন্দৱস্ত কৰা।'

'অঁ মই এতিয়াই যাওঁ।' স্বতঃস্ফুৰ্ত্ত ভাবে এই বাক্যটো তাৰ মুখৰ পৰা ওলাই যোৱাৰ পিচতেই তাৰ মনত পৰিল আজি চোন কাৰ্ফিউ, ডাক্তৰৰ ওচৰলৈ কেনেকৈ যাওঁ? বিমোৰত পৰি সি খুড়ীৰ পিচে পিচে মাজনীৰ বিছনাৰ কাষ পালেগৈ। ছোৱালীজনী তেনেই ৰঙাচিঙা পৰি আছে। চিঞৰি বাখৰি হায়ৰান হৈ চকুমুখ ফুলি উঠিছে। গাত কাপোৰ কানিৰ সঞ্জাত নাই। কষ্টত চকুমুদি দাঁত কৰচি একো নাই অৱস্থা। বলিয়াৰ দৰে কি বলকি আছে তাৰো ঠিক নাই—'খুড়ী মোক এৰি নিদিবা—মা ঔ মই বৰ দুখ পাইছোঁ—মা ঔ মোকো লগতে লৈ নগলি কিয়—এইবোৰ লেকাট ভুঞ্জিব নোৱাৰোঁ ঔ মা—খুড়ী তুমি আছানে? তেখেত ক'ত?'

মাজনীৰ ডিলিৰিয়ামে তাকো পগলা কৰি দিলে। বেচেৰীয়ে ইমান কষ্ট সহিব লগীয়া হৈছে—অথচ সি একো কৰিব পৰা নাই। ডাক্তৰ আনিব লাগে—কিন্তু কাৰ্ফিউৰ মিলিটাৰী ৰাজত্বত বাহিৰৰ ৰাস্তাত ভৰি দিবলৈকো তাৰ অধিকাৰ নাইকিয়া। ইপিনে ডাক্তৰৰ ঘৰটোও সিহঁতৰ ভাড়াঘৰৰ পৰা বেছি দূৰৈত নহয়। সেই চাৰি আলিটো পাৰ হৈ আনটো ৰাস্তাৰ বাওঁহাতে পাঁচটামান ঘৰ পাৰ হ'ব পাৰিলেই ডাক্তৰৰ ঘৰ। কেনেবাকৈ পুলিচ চণ্ডৰীৰ পহৰা সৰকি ডাক্তৰৰ ঘৰ পালেই হ'ল। ওভোটাৰ বন্দোবস্ত ডাক্তৰেই কৰিব পাৰিব। ডাক্তৰৰ পাছ আছে—কাৰ্ফিউ ইমাৰ্জেঞ্চীত বাহিৰলৈ অহা যোৱা কৰিব পৰা পাছ। কেনেবাকৈ ডাক্তৰক খবৰটো দিব পৰা হ'লে—। ইপিনে মাজনীৰ চিঞৰ বাখৰ তুংগত—'খুড়ী মোৰ কি হ'ব? খুড়ী মই মৰিলোঁ—মা ঔ, ইমান কষ্ট!!'

.......'কতজনে কিমান দুখ কষ্ট সহি কিমান ত্যাগ স্বীকাৰ কৰি বৃটিছৰ বিৰুদ্ধে আন্দোলন চলাই গলোঁ, বুইছা কাজল—(এদিন তাৰ শহুৰেকে কাজলক দেশৰ প্ৰকৃত অৱস্থাৰ বিষয়ে বুজাইছিল এনেকৈ)—কিন্তু এনে এখন দেশ, এনে এটা শাসন ব্যৱস্থা, এনে দুৰ্নীতি দুৰাচাৰ আমি বিচৰা নাছিলোঁ কেতিয়াও। দেশে স্বাধীনতা পোৱাৰ লগে লগে আমি বুজি পালোঁ স্বৰাজ জনসাধাৰণৰ হাতলৈ যোৱা নাই, গৈছে সুবিধাবাদী এদল অসৎ লোকৰ হাতলৈ। আমি বুজি পালোঁ। 'এয়া স্বাধীনতা ভুল স্বাধীনতা। যে আজাদী ঝুঠা হেয়'.......

ৰাস্তাত কাৰ্ফিউ। ৰাস্তাত সাধাৰণ মানুহৰ অহাযোৱাৰ স্বাধীনতা

নাই। ৰাস্তাত চি আৰ পি আৰ্মিৰ শাসন। তাৰ ঘৰৰ ইমাৰ্জেঞ্চীৰ কথা কাজলে এতিয়া দুখোজ দূৰৰ ডাক্টৰৰ ঘৰলৈ কেনেকৈ ক'বলৈ যায়? ৰাস্তাৰে পাৰ হৈ যোৱা সঘণ গেৰেপ গেৰেপ শব্দ আৰু গধুৰ গধুৰ বুটৰ মাজেৰে তাৰ ভৰিৰ কোমল পতা কেনেকৈ সৰকি পাৰ হৈ যায়? ইপিনে নগ'লেওতো নহয়। মাজনীক এনেকৈ অসহায় অৱস্থাত অচিকিৎসিত ভাবে অকলে অকলে কষ্ট খাবলৈ এৰি দিবওতো নোৱাৰি। কি কৰা যায়?

[ সাধাৰণতে আড্ডাতে মাৰ যোৱা আৰু দুটামান মন্তব্য :

—বুইছে এতিয়া জোৰ পুৰি হাত পালেহি—ৰাষ্ট্ৰই, আমাৰ ফাদাৰ ফিগাৰ ৰাষ্ট্ৰই সুৰক্ষা যাচিব এনে ইমেজ বহু আগেয়ে নষ্ট হৈ গৈছে। কিছুমান কালপ্ৰিটে দেশখনক ৰাষ্ট্ৰখনক শুহি শুহি খাই তাৰ ফাদাৰ ফিগাৰটোক এটা জঁকালৈ ৰূপান্তৰিত কৰিছে, এনে স্কেলিটেন ৰাষ্ট্ৰই আমাক সুৰক্ষা যাচিব এনে অলীক কল্পনা মনত পুহি ৰহি থাকিলে নচলিব······

—এৰা, সময় হৈ গৈছে—আমিয়েই এতিয়া ৰাষ্ট্ৰৰ চৰিত্ৰ বদলাব লাগিব। এনেকৈ ৰহি থাকিলেতো নচলিব······

—এক্জেক্টলি। দেট ফি হ'ল চিষ্টেম মাষ্ট বি চেঞ্জ্ড্ ইজ্ ভেৰি মাচ্চ এষ্টাব্লিচ্ড্ বাই নাও! বাট দি কুৱেশ্চন্ ইজ হাও টু ডু ইট? পথ কি?]

কাৰ্ফিউ পহৰা দিয়া চন্তৰী কেইটা সিহঁতৰ ঘৰ পাৰ হৈ কিছুদূৰ যোৱাৰ পিচত কাজলে আগপাচ নুগুণি পোনেই চাৰি আলিটোৰ পিনে দৌৰ লগালে। চাৰিআলিটোত থিয় হৈ ইপিনে সিপিনে কাজলে চকু ফুৰালে--নাই, ওচৰে পাজৰে মিলিটেৰী, চি আৰ পি নাই। সৌটো ডাক্তৰৰ ঘৰ, কেনেবাকৈ ডাক্তৰৰ ঘৰ পালেই হ'ল। গুভোতাৰ বন্দৱস্ত ডাক্তৰেই কৰিব পাৰিব। ডাক্তৰবোৰৰ পাছ থাকে। কাৰ্ফিউত ওলোৱা সোমোৱা পাছ। সি দুখোজ আগবঢ়াইছেহে মাথোন। এনেতে দূৰৰ পৰা পুলিচৰ জীপ এখন প্ৰচণ্ড বেগেৰে তাৰ কাষ পালেহি আহি। সি প্ৰাণটাকি দৌৰ লগালে। সি শুনিলে জীপৰ পৰা এটা ইম্পেৰেটিভ আৱাজ—



'হেই ৰোক্কে!'

তাক ৰখিব কৈছে। সি নৰয়। আৰু মাত্ৰ দুটা ঘৰ, আৰু দুটা ঘৰ দৌৰি পাৰ হ'ব পাৰিলেই ডাক্তৰৰ ঘৰ। সি দৌৰিয়েই থাকিল। ঘৰত মাজনীৰ ক্ৰিটিকেল অৱস্থা। এতিয়া পুলিচৰ নিষেধলৈ কাণ দিলে নচলিব। ঘৰলৈ ডাক্তৰ নিবই লাগিব।······দুই পল পিচতে কিন্তু কাজলে তাৰ মূৰৰ লাওখোলাৰ পিচপিনে অনুভৱ কৰিলে এক সুতীক্ষ্ণ আঘাত। লগে লগে আৰু একো নাই—তাৰ আশা আকাংখা, তাৰ প্ৰেম ভালপোৱা, তাৰ ঈৰ্ষা আকুলতা, তাৰ উশাহ নিশাহ। সকলো স্তব্ধ! পলকতে সকলো নিমাওমাও। তাৰ অজ্ঞান দেহ বাটৰ একাষে হামখুৰি খাই পৰি ৰ'ল।

অলপ পিচতে আহি পুলিচৰ ডাক্তৰে উচ্চাৰণ কৰিব তাৰ মৃত্যুৰ প্ৰকৃত কাৰণ, কেনেকৈ পুলিচ অফিচাৰজনে জীপৰ পৰাই মাৰি পঠিওৱা লাঠিডালে তাৰ মূৰৰ পিচপিনৰ আটাইতকৈ ভাল্নাৰেবল্ বিন্দুটোত সজোৰে আঘাত কৰাৰ লগে লগেই কেনেকৈ ·····। তেতিয়ালৈ তাৰ মৃতদেহটো ৰখিবলৈ শগুণৰ দৰে আগবাঢ়ি গ'ল চিপাহী কনষ্টেবলৰ দল।

o o o o

গল্পটো ইয়াতে শেষ নহয়; ইমান সহজে আৰু ইমান সোনকালে গল্পটো শেষ কৰাৰ ক্ষমতা বা স্পৰ্দ্ধা এই নিঃকিন লিখকৰ নাই। গল্পটো শেষ হ'ব সেইদিনা যিদিনা কাজলৰ দুৰ্ভগীয়া সন্তানে চকুৰে মুখে হৃদয়ে প্ৰত্যয়ে প্ৰতিহিংসা, কেৱল প্ৰতিহিংসা সানি ৰাস্তালৈ ওলাই আহিব পিতৃহত্যাৰ প্ৰতিশোধ বিচাৰি, সেইদিনা—সেইদিনাই এই গল্পৰ শেষ বাক্য ৰচিত হ'ব কিজানি; তাৰ আগেয়ে নহয়।

———

# ভদ্রতাৰ ইপাৰে সিপাৰে

ঘটনাটোৰ আগেয়ে—

খগেনে এখন কাজিয়া কৰিব লগীয়া হৈছিল। খগেন চিটিবাছ এখনৰ টিকেট কণ্ডাক্টৰ। আবেলি হেণ্ডিমেন ছুটকুৰ তামাম জ্বৰ উঠিল। ৰিক্সাত তুলি তাক ঘৰলৈ পঠাই দিয়া হ'ল। তেতিয়াৰ পৰা খগেনে হেণ্ডিমেনৰ কামো কৰিব লগীয়া হৈছে। (ৰিকট স্বৰত যাব দিয়া! দিচপুৰ কাহিলীপাৰা! ৰবি ৰবি আহি আছে! পেচেঞ্জাৰ আহি আছে)। ইপিনে পেচেঞ্জাৰৰ ভাড়াও লব লগীয়া হৈছে (চানমাৰীলৈ চল্লিচ নহয় পঞ্চল্লিচ)। দুয়োটা কাম একেলগে চম্ভালিব লগীয়া হোৱাত এনেয়ে তাৰ টেম্পাৰ উঠি আছে। তাতে এবাৰ টাইম কিপাৰে সিহঁতৰ বাছখন মিছাকৈয়ে দহমিনিট দেৰি হোৱা বুলি জনোৱাত তাৰ বিৰাট খং উঠি গ'ল। দেৰি হৈছে ঠিকেই। গুৱাহাটী ক্লাবৰ ওচৰত ট্ৰাক এখন পথালিকৈ সোমাই গ'ল। লগে লগে ট্ৰেফিক জাম। তাতে প্ৰায় তিনি চাৰি মিনিটমান লাগি গ'ল। টাইম কিপাৰটোৱে কয় বোলে দহ মিনিট। দহ টকা ফাইন। চাল্লা ধেমালি নেকি?

—চা-চা-ঘড়ীটো ভালকৈ চা দহ মিনিট নহয় দে

—ভালকৈ চাইছো দহ মিনিট। দহ টকা।

—আবে সেই কেতা চকুনে চচ্মা। ভালকৈ চা

—গালি গালাজ খোজা নাই বে, ফাইন খুজিছো। দিয় যদি দে নহলে ৰিপ'ৰ্ট হৈ যাব।

ইহঁত চালা টাইম-কিপাৰবোৰে ভাবে কি নিজকে? দিনৰ দিনটো আৰামচে' টাইম বুথত বহি কণ্ডাক্টৰ-ড্ৰাইভাৰৰ পইচাৰে চাহ তামোল চিগাৰেট চলাই মুখখন লম্বা কৰি মাত লগাব দহ মিনিট লে'ট। দহ টকা নিদিলেও হয়। দুটকামান তাৰ পকেটত পেলাই দিলেই হৈ গ'ল দহ মিনিট মাফ হৈ যায়। চাল্লা কেৰাণী! তাৰ আকৌ লে'কচাৰ চা। আমাৰ নিচিনাকৈ যা চোন পেচেঞ্জাৰৰ সৈতে হৰদম খেচখেচ কৰ গৈ মালিকৰ আগতে ডিজেলৰ হিচাপে দেগৈ চাওঁ তোৰ ক্ষমতা—



কাজিয়াখন বাঢ়ি গৈ হতা-হতিত পৰিণত হ'ব ধৰিছিলেই প্ৰায়। বছিৰ ড্ৰাইভাৰ আহি মিটমাট কৰাই দিলে বুলিহে।

o o o

ঘটনাটোৰ অলপ আগেয়ে—

ৰুক্মিনীৰ বেগটো দাৰোগাজনে কাঢ়ি লৈ গ'ল ব্লাউজৰ ভিতৰত হাত সুমুৱাই। বেগত মাৰোৱাৰী ডেকাজনে এইমাত্ৰ দিয়া টকা ত্ৰিশটা আৰু আগৰ পঞ্চাচ-ষাঠি পইচামান আছিল। মাৰোৱাৰী ডেকাজন (তাইক কোৱা নামটো ৰামঅওতাৰ; খুব সম্ভৱ মিছাকৈ কোৱা) হোটেলৰ ৰুমটোৰ পৰা পলাই যোৱাৰ অলপ পিছতেই দাৰোগাজন, হোটেলৰ মালিক চিপাহী দুটা আৰু মাৰোৱাৰী ল'ৰাজন হৰমুৰাই সোমাই আহিল। তাই তিমানপৰে চাদৰখন পিন্ধিবই পৰা নাই।

—চাব মোৰ হোটেলৰ দুৰ্নাম হৈ যাব। চাব আপুনিতো জানেই মই আগেয়ে জনা হলে কেতিয়াও—এওঁলোক মেৰিড বুলি কোৱাতহে—(এইজন হোটেলৰ মালিকজন। পুলিচ নহা হলে এতিয়াই কোঠাত সোমাই ৰুক্মিণীৰ পৰা দহটা টকা আৰু আন কিবাকিবি আদায় কৰিলেহেতেন)

—চাব হামাৰা ভুল হৈ গৈছে। চাব হামকো মাফী কৰ দিজিয়ে'। চাব মাই বাবা চাব হমচে পচাচ্ ৰুপিয়া লিজিয়ে (এওঁ হ'ল মাৰোৱাৰী ডেকাজন: অলপ আগেয়ে ৰুক্মিণীৰ সৈতে প্ৰায় আধাঘণ্টা প্ৰচণ্ড কুস্তি কৰি উঠি টকা ত্ৰিশটা দিবলৈ কেৰ-জেৰ কৰিছিল। এওঁ এতিয়া বিনা বাক্যব্যয়ে পুলিচক পঞ্চাচ টকা দিবলৈ ৰাজী।)

—এয়্ চালী হাৰামজাদী। ধান্দা কৰিব আহিছ! পইচা উলিয়া কিমান আছে।

ৰুক্মিণীৰ মুখলৈ পানী আহিল। তাৰ মানে আজি আচামী কৰিবলৈ পুলিচ আহা নাই পইচা বিচাৰিহে আহিছে। ৰুক্মিণী লাইনৰ পুৰণা ছোৱালী। দাৰোগাৰ ধৰণ ধাৰণ দেখিয়েই বুজি পালে যে হোটেলৰ মালিকে পুলিচক মাহিলী কিস্তিটো দিয়া নাই। সেয়ে

পুলিছে নিজেই উচ্চুল কৰিব আহিছে। গতিকেই এসপ্তাহমান এইটো হোটেলত পুলিছে ধান্দা চলাব নিদিয়ে। কিন্তু এৰেষ্ট কৰিব নে নকৰে ৰুক্মিণীয়ে ধৰিব পৰা নাই। হোটেলৰ মালিকটো আৰু পুলিচকেইটা চবৰে ওপৰত ৰুক্মিণীৰ খং উঠিল: তহঁতেতো বুজি নেপাৰ ৰুক্মিণীৰ বিবশতা। তহঁতেতো ৰুক্মিণীৰ দৰে দেহা বেচি টকা উপাৰ্জন নকৰ। তই হোটেলৰ মালিক হুইস্কিৰ বটলত গেলা বেচি, বেশ্যাৰ উপাৰ্জনৰ অংশ কাঢ়ি শকত আৰু ধনী হৈ গৈ আছ আৰু তই দাৰোগা বেশ্যাৰ বুকুৰ মঙহ আছুৰি বেগৰ টকা, চোৰ ডকাইতৰ লগত চুৰিৰ ভাগ বাটোৱাৰা কৰি ঘৈণীয়েৰ, খুলশালিয়েৰৰ দেহাৰ গহণা গঢ়া গৈ যা। থুই! থুই! থুই

০ ০ ০

ঘটনাটোৰ কিছু সময় আগেয়ে—

ভড়ালী বাবু পি ডব্লু ডি কণ্ট্ৰাক্টৰ আৰু চাপ্লায়াৰ অখিল শৰ্মাৰ লগত অশোকাত বহি বিয়াৰ আৰু স্নেক্‌চ ভক্ষণ কৰি আছিল। বিষয়টো আছিল দৰ দাম। কণ্ট্ৰাক্টৰজনে গিট্টি আৰু বালু কমকৈ চাপ্লাই কৰিব আৰু ভড়ালী বাবুৱে মেজাৰমেণ্ট বুকত বেছিকৈ লিখি দিব লাগিব। পোন্ধৰ হেজাৰ চাপ্লাই। পাঁচ শ টকা ভড়ালী বাবুৰ, পাঁচ শ এচ ডি অ'ৰ আৰু এহেজাৰ এক্‌জিকিউটিভ ইঞ্জিনিয়াৰৰ। ভড়ালী বাবু নতুনকৈ এচ, অ, হৈ এইটো ডিভিজনলৈ ট্ৰেঞ্চফাৰ হৈ আহিছে গতিকেই শৰ্মাই এৰেঞ্জমেণ্টটো বুজাই দিবলৈ তেওঁক 'অশোকা'লৈ মাতি আনিছে।

—চাওক শৰ্মা। মই বাৰু এম, বি,ত বেছিকৈ লিখি দিলোঁৱেই কিন্তু পাছত যদি ইঞ্জিনিয়াৰে ধৰে?

—সেইটো আপুনি মোৰ ওপৰত এৰি দিয়ক ভড়ালী বাবু সেই বিষয়ে আপুনি নিৰ্ভয় থাকক। আপুনি খালি চাই থাকক ভড়ালী বাবু অইনৰ পৰা কি হয় ক'ব নোৱাৰো কিন্তু এই শৰ্মাৰ পৰা আপুনি প্ৰতি মাহে পাঁচ শকৈ পাই থাকিব।

শৰ্মাই ভড়ালী বাবুক একেবাৰে দিছপুৰৰ ঘৰত নমাই দিলেহেঁতেন কিন্তু "এচাম ট্ৰিবিউন'ৰ চ'ৰতে গাড়ীখনে হঠাৎ বেয়া হৈ ৰৈ গ'ল। ভড়ালীয়ে সেয়ে চিটিবাচ অ'টোৰিক্সা বিচাৰিবলগীয়া হ'ল।



ঘটনাৰ অলপ আগেয়ে—

কিয় ঘটনাটোৰ বেছ কিছুদিন আগলৈকে নয়নে বিশেষ তাৎপৰ্য্যপূৰ্ণ একো কামেই কৰা নাই। বহুত দিনৰ পৰা সি বিশুদ্ধ ভাবে বেকাৰ। আন্দোলনৰ বাবে বি, এ, টোও দিয়া নহল। এতিয়া লগৰ ল'ৰাৰ লগত আড্ডা অদৰ্কাৰী কথা-বতৰা অসম্ভৱ পৰিকল্পনা-জল্পনাৰে ওচৰ চুবুৰীয়াৰ টুকি টাকি কাম কাজ আদিৰে সময় কটাই ৰাতিটো ঘৰত পৰি থকাই কাম।

০ ০ ০

মূল ঘটনাটোত—

বাছষ্টপত প্ৰথমতে আছিল কেৱল ভড়ালী বাবু। তাৰ পিছত পালেহি নয়ন। জাৰৰ দিন। ৰাতি যথেষ্ট হৈছে। আঠটা চাৰে আঠটা। সাধাৰণতে চান্দমাৰী দিছপুৰ লাইনৰ বাছ এখন এনে সময়তেই চান্দমাৰী ষ্টপ পায়হি। কিন্তু বৰ ৰেগুলাৰ নহয়। কেতিয়াবা বাছখন নাহেও। ওচৰৰ পাণ দোকানীজনে ভড়ালীক তাকেই ক'লে। ভড়ালী চিন্তাত পৰিল বাছ নেথাকিলে বৰ দিগদাৰী হ'ব। ইমান দূৰ বাট। অটৰিক্সাবোৰো আজিকালি যাব নোখোজে দিছপুৰলৈ। এনে সময়তে নয়ন আহি পালেহি। ভড়ালীয়ে নয়নকেই সুধিলে—

—বাছ পোৱা যাবনে বাৰু?

—ঠিককৈ কোৱা টান। কেতিয়াবা পোৱা যায় কেতিয়াবা নেযায়। আপুনি কলৈ যাব?

—দিছপুৰ

—বহুত দূৰলৈ যাব। ৰ'ব মই চাওঁ এইবুলি নয়নে গৈ থকা অটৰিক্সা এখনলৈ হাত ডাঙিলে। অটৰিক্সাখন নৰ'ল। পিছে পিছে আৰু এখন আহি আছিল। সেইখন ৰ'ল।

—কি হ'ল নয়ন!

—দিছপুৰলৈ যাবি নেকি? এজনক লৈ যাব লাগে।

—নাই ভাই। নাৰিকলবস্তীৰ ভাড়া।

ভড়ালী বাবু এনেয়ে অলপ বিয়াৰৰ মৌজত আছিল। নয়নৰ ওপৰত মানুহজন বৰ প্ৰসন্ন হৈ গ'ল। আজিকালিৰ দিনত কোনে

কাক সহায় কৰে? এই অচিনাকি ল'ৰাজনে অন্ততঃ ভড়ালী বাবুৰ বাবে অটবিক্সা ঠিক কৰি দিব বিচাৰিছে।

—চিনাকি অট' পালে আপোনাক পঠাই দিব পৰা যাব।ময়ো সেইপিনেই থাকোঁ। সুন্দৰপুৰত। মই অৱশ্যে খোজ কাঢ়িও যাব পাৰো। আপোনাৰ দিগদাৰী হব। বহুত দূৰ বাট।

—দিগদাৰী হ'লেও উপায় নাই। বাছ, অটো নেপালে খোজ কাঢ়িয়েই যাব লাগিব।

ঠিক এনে সময়ত বাছখন আহি পালেহি। নয়ন আৰু ভড়ালী বাবু তৎক্ষণাৎ উঠি পৰিল। ভড়ালী বাবু আগ দুৱাৰেদি প্ৰথম চিটটোত বহিল নয়ন পিছ দুৱাৰেদি শেষৰ পিনৰ চিট এটাত। দুজন নামিল আৰু তিনিজন মান পেছেঞ্জাৰ বহি ৰ'ল। খগেন কণ্ডাক্টৰে ড্ৰাইভাৰক কলে—

—আৰু নাই। যাব দিয়া।

ভড়ালী বাবু উভতি এবাৰ চাই ললে নয়ন ক'ত বহিছে। অলপ আগৰ সহৃদয়তা খিনিৰ কথা ভাবিলে ভড়ালী বাবু নয়নৰ সাজত কথা বতৰা এতিয়াও চলি থাকিব লাগিছিল। কিন্তু স্থিতিৰ দূৰত্ব, ভড়ালী বাবুৰ অলপ আগৰ অস্বাভাবিক অসহায়তা খিনি আৰু ভদ্ৰতাই তাত বাধা দিলে। দুয়ো চুপ চাপ থাকি গ'ল। বন্ধুত্বৰ বিৰতি।

জাৰৰ ৰাতি। জু-ৰোডৰ পাতল বসতি। ৰাস্তাত লাইটো নাই। ন-টা চাৰে ন-টাৰ নিৰ্জনতাৰ মাজেৰে বাছখন গৈ থাকিল। কিছু-সময়ৰ পিছত বাছখনত পেছেঞ্জাৰ বুলিবলৈ কেৱল ভড়ালী বাবু আৰু নয়ন ৰ'লগৈ। এনেতে বাছখন হাত তুলি ৰখালে ৰুক্মিণীয়ে। উঠিয়েই প্ৰথম চিটটোত ভড়ালী বাবুৰ কাষতে বহি পৰিল ধপকৈ। খগেন কণ্ডাক্টৰে ৰুক্মিণীৰ পৰা পইচা লৈ ড্ৰাইভাৰৰ চিটৰ ওচৰতে বহি পৰিলগৈ।

অলপ পিছত ভড়ালী বাবুৰে কিলাকুটিৰে ৰুক্মিণীৰ দেহৰ এটা কোমল অংশ চুই গ'ল। সচকিত হৈ ভড়ালী বাবুৰে ৰুক্মিণীৰ পিনে চালে। তাই বেয়া পাইছে নেকি? তাই অফেণ্ডেড্ হৈছে নেকি? নাই হোৱা। তাই নিৰ্বিকাৰ। মুখত একো ভাব লেশ



নাই। নিচাগ্ৰস্ত যদিও ভড়ালী বাবুৰে বুজি পালে যে ছোৱালীজনীৰ সুবিধাজনক নহয়। তাইৰ মেক্ আপ চুলি লেতেৰা ব্লাউজ আদিয়ে তাইৰ চৰিত্ৰৰ ওপৰত সন্দেহ জন্মাব খোজে। ৰাতি চাৰে ন-টাত অকলে ফুৰা ছোৱালী। ইতিমধ্যেই কিন্তু স্পৰ্শসুখত ভড়ালী বাবুৰ দেহ-মন চুম্বকৰ দৰে ৰুক্মিণীৰ প্ৰতি আকৃষ্ট হৈ গৈছে। ভড়ালী বাবু আৰু অলপ সাহসী হ'ল। তেওঁৰ কিলাকুটিটো এইবাৰ প্ৰায় স্পষ্টভাবে ৰুক্মিণীৰ দেহৰ কোমল অংশখিনিত বহি যাব খুজিলে। ৰুক্মিণীয়ে সমুখৰ পিনেই চাই ৰ'ল, মুখত মাথো নিজে নিজেই এটা মিচিকি হাঁহি আঁকা হৈ গ'ল। হাঁহিটো দেখি ভড়ালী বাবু আৰু বেছি উৎসাহিত হল। এনেকৈয়ে কিছুসময় যোৱাৰ পিচত ৰুক্মিণীয়ে ক'লে—।

—বাবু এইবোৰ এনেয়ে নচলিব। মোক দহটা টকা দিয়ক। ভড়ালী বাবু আচৰিত।

—টকা? টকা কেলেই?

—বা-বা বাবু। মজাও লুটিব, টকাও নিদিব।

ভড়ালী বাবু অলপ দ্বিধাত পৰি গ'ল। অলপ সময় আগেয়ে তেওঁ ছোৱালীজনীৰ শৰীৰত যথেষ্ট স্বাধীনতাৰে হাত ফুৰাই আছিল। কিন্তু তাৰ বিনিময়ত যে ছোৱালীজনীয়ে টকা বিচাৰিব, তাকো এনে এখন পাব্লিক চিটিবাছৰ ওপৰত সেয়া তেওঁৰ কল্পনাৰো বাহিৰত আছিল। সেয়ে আচৰিত হোৱাৰ লগে লগে তেওঁৰ খঙো উঠি গ'ল।

—কিয় দিম পইচা? নিদিওঁ? মই কি কৰিছো টকা দিবলৈ? কিবা কৰিলেও তাৰ কি প্ৰমাণ আছে।

—ইঃ। মদাহীৰ কথা শুন! দহ টকা উলিওৱা। ভড়ালী বাবুৰে মদ খোৱা কথাটোও ৰুক্মিণীয়ে গম পাই যোৱা দেখি ভড়ালী বাবু আৰু অলপ কোচ খাই গ'ল। ইতিমধ্যে খগেন কণ্ডাক্টৰ ড্ৰাইভাৰৰ ওচৰৰ পৰা উঠি আহিল।

—কি হৈছে? কি হৈছে?

—চোৰাচোন কণ্ডাক্টৰ এই মদাহী মানুহজনে জোৰকৈ মোৰ হাতৰ মুঠিৰ পৰা দহটা টকা কাঢ়ি লৈ গৈ পকেটত সুমুৱাই ৰাখিছে। এতিয়া বিচাৰিলেও ওভতাই নিদিয়ে।

—নাই। নাই। ঘোৰ মিছা কথা কৈছে। মোৰ কি দৰ্কাৰ পৰিছে তাইৰ পৰা টকা ল'বলৈ?

খগেনে অলপ দেৰি টভক মাৰি ঘটনাটোৰ বুজ লবলৈ চেষ্টা কৰিলে। নিৰ্জন বাছ। পেচেঞ্জাৰ কেৱল তিনি জন। ছোৱালী-জনী, এই মানুহজন আৰু লাষ্ট চিটত- বহি চিগাৰেট হুপি থকা ডেকাজন। ডেকাজনে এতিয়াও ইয়াত চলি থকা কাজিয়াখনৰ একো সুংসূত্ৰ পোৱা নাই। এতিয়াহে এইপিনে চাব ধৰিছে। নিশ্চয় এই মানুহজনে ছোৱালীজনীৰ লগত কিবা লেটি-পেটি কৰিব চেষ্টা কৰিছিল। ছোৱালীজনীয়ে উলটাই ধৰিছে মানুহজনক। খগেনে বুজি গ'ল ঘটনাটো: এই চালা ভদ্ৰলোকবোৰ। ভদ্ৰামিৰ মুখা পিন্ধি যা তা কৰি যাব আৰু আমাৰ দৰে খাটি খোৱাবোৰৰ ওপৰত ওস্তাদি মাৰিব। অলপ আগেয়ে টাইম কিপাৰ কেৰাণীটোৰ ওপৰত উঠা খংটো তাৰ আকৌ উঠি গল। একেই চব "ভদ্ৰলোক"।

—বাবু ছোৱালীজনীৰ পইচা ওভতাই দিয়ক।

—কিয় দিম হে কিয় দিম? মই পইচা নিলেহে ওভতাই দিম। ধেমালি নেকি? আৰু তুমিনো ওস্তাদি মাৰিবৰ কোন? ভদ্ৰ-লোকৰ লগত কেনেকৈ ব্যৱহাৰ কৰে নাজানা?

—বাবু মই চব দেখি আছোঁ আপুনি কি চলাই আছিল। মদ খাই মাতলামি কৰিব, ছোৱালীৰ লগত বেয়া ব্যৱহাৰ কৰিব, আকৌ ভদ্ৰলোক চেলাব আহিছে। টকা উলিয়াই দিয়ক ভালে ভালে।

—মই নিদিও। তহঁতে কি কৰ চাওঁ। তহঁতৰ কিমান চাহচ মই চাই লওঁ।

"ঠিক আছে" এইবুলি খগেনে খঙত ড্ৰাইভাৰৰ ওচৰৰ পৰা হেন্দেলডাল আনিব গ'ল। আনপিনে নয়নৰ পিনে চাই ভড়ালী বাবুৱে এইবাৰ এপিল কৰিলে—

—চোৱাচোন ভাই। ইহঁতৰ কাণ্ডখন চোৱা। ভদ্ৰলোক এজনক এনেকৈ অপদস্থ কৰিছে। হোৱাই নোহোৱাই এনেকৈ টকা দহটা দিব পাৰিনে বাৰু?

ইতিমধ্যেই ড্ৰাইভাৰে 'আবে' কি কৰ? কি কৰ?" বুলি চিটিবাছখন ব্ৰেক মাৰি ৰখালে আৰু হেন্দেলডাল তুলি লোৱাৰ পৰা



খগেনক বাধা দিলে। নয়নে চিগাৰেটটো দলিয়াই কি ঘটিছে নঘটিছে বুজ লবলৈ চেষ্টা কৰিলে। দুটা দল। এপিনে ৰুক্মিণী খগেনহঁত। আনপিনে ভড়ালী বাবু। "ভদ্ৰতা"ৰ ইপাৰে সিপাৰে দুটা দল। ইপাৰে এজন ঘোচখোৰ আমোলা আনপিনে এজনী বেশ্যা আৰু তাইক সহায় কৰোতা হেণ্ডিমেন কণ্ডাক্টৰ। মাজত এতিয়া নয়ন— বেকাৰ ডেকা এজন—সমাজৰ অদৰ্কাৰী জীৱ। নয়ন এতিয়া কাৰ ফলীয়া হ'ব?

ভড়ালী বাবুৱে ইফালে সিফালে চাই দেখিলে বাছখন ৰৈ গল। ভড়ালী বাবুৱে বুজি পালে চিৰিয়াখানা পাৰ হৈ অলপ দূৰ বাট অহা হৈছে। ঠাইখিনি সুন্দৰপুৰৰ তেনেই কাষত। ভয়ে ভয়ে তেওঁ ভাবিব ধৰিলে—ডেকাজনে সুন্দৰপুৰলৈ যোৱাৰ কথা কৈছিল। ডেকাজনে মোক অকলে এৰি থৈ ইয়াতে বাছৰ পৰা নামি নেযায়তো?

—+—

# চালাক মানুহৰ খং

ৰাতিপুৱা অফিচলৈ ওলাওঁতেই ঘটনাটো ঘটিল। দেউতাই ভিতৰ চোতালত ব'দত বহি সমুখত টেবুলখনতে ভাতৰ কাঁহী লৈ ভাত খাই আছিলে। ওচৰতে মেকুৰীজনীয়ে অভ্যাসবশতঃ মিউ মিউ কৰি আছিল। মেকুৰীজনী মাৰ মৰম পাই পাই ডাঙৰ হৈছে এইটো ঘৰতে। গতিকে এইটো ঘৰৰ অন্নৰ ওপৰত তাইৰো অকণমান অধিকাৰ জন্মি গৈছে। কিন্তু তাইতো নাজানে যে দেউতা ৰিটায়াৰ হোৱাৰ পিচৰে পৰা বিশেষকৈ মোৰা বছৰ মা ঢুকোৱাৰ পিচৰ পৰা ভীষণ খিটখিটীয়া হৈ গৈছে। অলপতে খং উঠে, অলপতে সকলোকে গালি পাৰি দিয়ে। মেকুৰীজনীৰ 'মিউ মিউ'ৰে তেওঁক দিগ্‌দাৰী দি আছিল। ওচৰতে থকা লাঠিডাল্ বাওঁহাতে লৈ তেওঁ তৎক্ষণাৎ এনে জোৰে মেকুৰীজনীক মাৰি পঠিয়ালে যে মেকুৰীজনীয়ে কেওঁ মেওঁ কৰি পলাবলৈ বাট নাপালে। মেকুৰীজনী নিমাখিত প্ৰাণী, বেচেৰী মাৰ অতি আদৰৰ আছিল, তাইৰ গাত হাত উঠোৱা মানে মৃতা মাৰ মৰমৰ ওপৰত হাত উঠোৱা—এইবিলাক কথাই মোক বিচলিত কৰিব লাগিছিল ; কিন্তু নকৰিলে। কাৰণ কিছুদিনৰ পৰা মই অতি চালাক হৈ গৈছোঁ, মই মোৰ কোমল অনুভূতিবোৰ সফলতাৰে ভোটা কৰি পেলাইছো। মৰমচেনেহ, খং-ৰাগ, অভিযোগ অভিমান এইবোৰ আজিকালি তেনেই অদৰকাৰী। মই ভালকৈ বুজি পাইছোঁ যে আজিৰ এই কঠিন সময়ত আজিৰ এই বিকৃত পৃথিৱীখনৰ সৈতে বুজা পৰা কৰি বাচিবলৈ হ'লে হিয়াৰ মাজৰ পৰা এইবোৰ কোমল অনুভূতি নিকাকৈ সাৰি উলিয়াই দিব লাগিব। তেহে বাচিব পৰা যাব। উদাহৰণ দিওঁ—

এতিয়া মই অফিচলৈ বুলি ওলাই যাম। চিটিবাছত এতিয়া অফিচ-স্কুলৰ ভীৰ। হেঁচাঠেলা কৰি কোনোমতে ভিতৰ সোমোৱাৰ বাটতে নানান ধৰণৰ মন্তব্য শুনা যাব। 'হেৰি! চকু—টকু নাই



নেকি ? যাকে তাকে গছকি গৈছে যে ?' ইয়াৰ উত্তৰত 'চৰি—মাফ কৰিব' জাতীয় বাক্যৰে মন্তব্যকাৰীৰ অসন্তুষ্টি শাম নাকাটে—আপুনিও আপোনাৰ সহজ অনুভূতি লুকুৱাই নকল ঢঙেৰে ক'ব লাগিব—'চকু আছে। কিন্তু মোৰ ভৰিৰ বুঢ়া-আঙুলিত নাই।' মোৰ এই বিগত ডেৰকুৰি বছৰীয়া জীৱনটোৱেই এটা ডাঙৰ উদাহৰণ। আগতে; যেতিয়া গজলীয়া ডেকা আছিলোঁ—তেতিয়া বাটে পথে ভিকহুৰ লানি, অ'ভাৰব্ৰিজৰ তলত ভিক্ষাৰীৰ অৱশ্যম্ভাৱী ক্ৰ'লনি, বজাৰত জুইছাই দাম বাঢ়ি থকা প্ৰাইছ্ ইণ্ডেক্‌ছ্ এইবোৰে মনত অসন্তুষ্টি সিঁচি দিছিল। অসন্তুষ্টিৰ পৰা খং, খঙৰ পৰা বহুত কিবাকিবি। ডেকা বয়সীয়া উৎসাহ-উদ্দীপনাৰে আনকি চৰকাৰ বিৰোধী দল এটাতো গোপনীয়তাৰে নাম লগাইছিলোঁ। যেতিয়া সময়ৰ চকৰি ঘূৰিল—সাময়িকভাৱে সেই দলটোৱে যথেষ্ট শান্ত শিষ্ট হৈ পৰিবলগীয়া হ'ল তেতিয়া মই বুজিলোঁ এইবোৰ খং-ৰাগ মনত পুহি ৰাখিলে মোৰ পৈতৃক মধ্যবিত্ত প্ৰাণটোৱে মৰিলেও শান্তি নাপাব। ফলত মই তৎক্ষণাৎ দেউতাৰ বাধ্য ল'ৰা -শিক্ষা ব্যৱস্থাত আস্থা নথকা বুলি ইমানদিনে পৰীক্ষাত নবহা মই এবাৰতে নকলমাৰি বি কম পাছ গ্ৰেজুৱেট—এতিয়া অমুকটো অফিচৰ একাউণ্টছ্ ছেক্‌চনৰ এল্ ডি্। আৰু এটা উদাহৰণ দিওঁ—এতিয়া যে মই অফিচ পামগৈ চিটিবাছৰ হেঁচাঠেলা খাই দহবজাৰ দহমিনিটমানৰ পিচত অফিচত, 'বৰাবাবু'ৰে বেঁকাকৈ দুটা মান কথা ক'বই মোক কটাক্ষ কৰি। কিন্তু এইখিনি শাসন মই ফু মাৰি উৰুৱাই পঠিয়াম আৰু নিৰ্বিকাৰ মনে মোৰ নিৰ্দিষ্ট টেবুলখনত বহিমগৈ। তাকে নকৰি অপমান বোধ কৰি মই যদি কিবাকিবি কৈ দিওঁ 'বৰাবাবু'ক উদ্দেশি, লাভটো কি হ'ব ? অলপ পিচত চাহাবে এক্‌চপ্লেনেছন কল্ কৰিব। এইবিলাক উদাহৰণ দিয়াৰ উদ্দেশ্য হ'ল—মই আজিকালি কিয় খং-ক্ৰোধ-অসন্তুষ্টি-অপমান মনৰ পৰা আঁতৰাই পৃথিৱীৰ সমস্ত অবিচাৰ-অত্যাচাৰৰ পিনে চকু মুদি আনকি সময় বুজি এইবিলাকৰ অংশীদাৰ হৈ চলিব শিকিছো তাৰ কৈফিয়ৎ দিয়া। বুইছো কৈফিয়ৎটো তিমান মজবুত হোৱা নাই, কিন্তু মই এইটো লেহুকা কৈফিয়তৰেই নিজকে ঠগাই আহিছোঁ

বেচ কিছু দিন। নহলে হয়তো ইমান দিনে কোনোবা কাৰাগাৰ-বন্ধ কোঠাত সততাৰ শাস্তি ভুগিবলগীয়া হ'লহেঁতেন নিশ্চয়।

মোৰ টেবুলৰ সমুখত যিজন মোৰ বাবে অপেক্ষাৰত তেওঁক মই চিনি পাওঁ। তেওঁ মোক ভনী জোৱাঁয়েক কৰিব খোজে। কিন্তু মোৰ কিছু আপত্তি আছে—এক নম্বৰ আপত্তি তেওঁৰ ভনীয়েক বিধবা, বিয়াৰ দুমাহৰ পিচতে ল'ৰাজন ঢুকাল—এই আপত্তিটোৰ সমান মানুহজনে মোৰ সৰু ভনীজনীৰ বিয়া তেওঁৰ ভতিজা এজনলৈ ঠিক কৰি দিয়াৰ প্ৰতিজ্ঞা কৰিছে। দুই নম্বৰ আপত্তি—ছোৱালীজনী দেখিবলৈ বৰ সুবিধাৰ নহয়—এই আপত্তিটো উৰুৱাই দিবলৈ ভদ্ৰলোকে মোক গুৱাহাটীহেন চহৰত এটুকুৰা মাটি দিব ওলাইছে। ভদ্ৰলোকৰ লগত কথাপাতি থাকোঁতেই তিনি নম্বৰ আপত্তিৰ ফোন আহিল। গোপালে আহি ক'লেহি—"বৰাচাহাব"ৰ কোঠাত আপোনাৰ ফোন আহিছে।"

"মই জোনালীয়ে কৈছো।"

জোনালী মোৰ এসময়ৰ প্ৰেমিকা।

"আজি ৰাতিপুৱাৰ বাছত আহিলোঁ—এতিয়া মামাৰ ঘৰলৈ গৈ আছোঁ—ছিলঙৰ এয়া বাছ ষ্টেচনৰ পৰা ফোন কৰিছো।"

এই জোনালীয়েই কলেজীয়া দিনবোৰত মোৰ মগজুত ৰাজনীতিৰ ভূত সমুৱাই দিছিল। তাইৰ পৰাই মই আমাৰ দেশৰ আমাৰ সমাজৰ বিসংগতিবোৰৰ ওপৰত খং কৰিব শিকিছিলোঁ।

"তোমাৰ ফোন নম্বৰটো এঠাইত পালোঁ—পাই ভাবিলোঁ এবাৰ খবৰ কৰি যাওঁ তুমি আগৰ দৰে আছানে নাই।"

এইজনী এজনী গাঁৱলীয়া মাষ্টৰৰ ছোৱালী—দুখ-দাৰিদ্ৰ্যৰ মাজত ডাঙৰ হোৱা ছোৱালী। পৰীক্ষাৰ আগ দিনাও পোষ্টাৰত চিঞাহী বোলোৱা জোনালীয়ে এতিয়া বিচাৰিলেও মোৰ নিচিনা নিঃকিন ছাকৰিও নাপায়। এইৰ লগত সম্পৰ্ক ৰাখি মোৰ একো লাভ নাই। মই মোৰ সিদ্ধান্তটো ঠিক সেই মুহূৰ্ততে কৰি পেলালোঁ।

"কি ক'লা? তোমাৰ বিয়া? অলপতে? এইবিলাক তুমি কি বলকিছা? মই ভোন তোমাৰ বাবেই ইমান দিনে..........." ইয়াৰ পিচৰ খিনি উচুপনি।



জোনালীৰ সৈতে ফোনত কথা পাতি থাকোতেই লৈ লোৱা তাৎক্ষণিক কিন্তু ইম্পাল্চিভ্ সিদ্ধান্তটোৱে মোৰ ভনীজনীৰ বিয়া, মোৰ স্থাৱৰ সম্পত্তিৰ সম্প্ৰসাৰণ, এইবোৰ সাংঘাটিক লাভ আনি দিলে। মই এতিয়া সাধাৰণ ছোৱালী এজনীৰ থোকা থুকি মাতত কষ্ট পালে নহ'ব।

"তুমি এটা জোচ্চোৰ! তুমি জীৱনত শান্তি নাপাবা। তুমি ভাবিছা মোৰ দৰে ছোৱালী এজনীৰ জীৱন নষ্ট কৰি বং চাবা—কিন্তু তুমি ভুল কৰিছা—তুমি এটা সাংঘাটিক বদমাচ, তুমি এটা ছেল্ফিচ্ দালাল্... ....."

জোনালীয়ে ইমান জোৰে জোৰে কথা কৈছে—বৰাচাহাবে শুনি পেলাই বুলি ভয়তে মই ডিছকানেক্ট্ কৰি দিলোঁ। জোনালীৰ গালি খাই মোৰ খং উঠা উচিত আছিল—কিন্তু নুঠিল। কাৰণ আগেয়েই কৈছোঁ খং-ৰাগ এইবোৰ মোৰ চিত্তৰ পৰা একেবাৰে নাইকিয়া কৰি পেলাইছোঁ ইতিমধ্যে।

নিৰ্বিকাৰ চিত্তে মই কোঠাৰ পৰা বাহিৰলৈ যাব ওলাইছোঁ এনেতে বৰাচাহাবে ক'লে—"একমিনিট"—মই ৰৈ গ'লো। এইবাৰ বিশুদ্ধ ইংৰাজীত চাহাবে কৈ গ'ল—"মই মোৰ ফোনটো ব্যক্তিগত কথা-বতৰাত ব্যৱহাৰ হওক এইটো নিবিচাৰোঁ।" কথাখিনি ভদ্ৰতাৰ ছদ্মবেশত এটা কাণতলীয়া চৰ। কিন্তু মই নিজকে চাবাচ দিলো এইবুলি যে মোৰ মাজত এতিয়া খং-ৰাগ-মান-অপমান বোধ অকণো নাই। থকা হ'লে তৎক্ষণাৎ মই ৰেজিগ্নেচন্ লে'টাৰ এখন লিখি আনি চাহাবৰ মুখৰ আগত দলিয়াই থৈ গোটেই জীৱন বেকাৰত্ব তাৰু আধাপেটীয়া উপভোগ কৰি কটালোঁহেঁতেন।

চাহাবে ক'লে—"আৰু এটা কথা, আপুনি আজি বেংকলৈ যাব নহয়—মোৰ এই ছেকখন ভঙাই লৈ আহিব—আঠশ আঠ টকা।" বেংকত আকৌ এটা অদ্ভুত ঘটনা ঘটিল মোৰ চকুৰ সমুখতে। কিন্তু মই নিৰ্বিকাৰ মনে চাই গ'লোঁ। মোৰ অনুভূতিৰ অকণো তাৰতম্য নহ'ল, কাৰণ মই নিজে উপযাচি অনুভূতিবোৰ ভোটা কৰি থৈছোঁ। বেংকত কেছিয়াৰজনে আঠখন এশটকীয়া, আঠখন দহটকীয়া আৰু আঠখন এটকীয়া দুবাৰকৈ গণি মোৰ হাতত দিলে। মই

ততাতৈয়াকৈ বেগত ভৰাই ল'লোঁ আঠশ অষ্টাশী টকা। ইমানটো ডাঙৰ ভুল কৰিও কেছিয়াৰজনে মোৰ পিনে চাই কয়—"কি হ'ল—আজিচোন টকাখিনি গণি নাচালেই?" মই "নাই নাই—আপোনাৰো ভুল হব নে আৰু?" এনেকুৱা অৰ্থৰ হাঁহি এটা মাৰি ওলাই আহিলোঁ। আজি এনেকৈ ফাওতে আশী টকা পাই গ'লো। এতিয়া মোৰ মনত দুটা ভাবে হুলস্থুল লগাব লাগিছিল। প্ৰথমতে, কেছিয়াৰজনৰ ভুলটোৰ বাবে তেওঁৰ নিজা পকেটৰ পৰা এই আশী টকা যাব—এই কথাটোৰ বাবে তেওঁলৈ পুতৌ জন্মিব লাগিছিল। দ্বিতীয়তে, অযাচিতভাৱে আজিৰ দিনত ইমানখিনি টকা পোৱাত আজি বহুদিন মূৰত আকৌ গধূলি ৰমেনহঁতৰ আড্ডাত "ৰামী খেলিবলৈ পাম"—তাৰ এণ্টিছিপেছনত ফুৰ্তি লাগিছিল। কিন্তু এটাও নহ'ল। বৰঞ্চ মই নিৰ্বিকাৰ মনে বেংকৰ পৰা অফিচলৈ বুলি এখন ৰিক্‌ছাত উঠি বহিলো।

কিছুদিন আগেয়ে হেমন্তৰ পাল্লাত পৰি সংলাপ-টংলাপ বুজি নোপোৱা চিনে ক্লাবত দেখুওৱা এখন ফৰাচী ছবি চাইছিলোঁগৈ। হেমন্তৰ মতে 'গদাৰ' নামৰ ছবিখনৰ পৰিচালকজন হেনো পৃথিৱী বিখ্যাত পৰিচালক। ছবিখনৰ নায়ক জনৰ কাণ্ডকাৰখানাবোৰ বেছ অদ্ভুত। ডেকাজনে ৰেষ্টোৰা এখনত পানীয় খাই আছিল। হঠাতে ওচৰৰ টেবুলত বহি থকা এহাল ডেকা-গাভৰুক তৃতীয় ব্যক্তি এজনে পিষ্টল দেখুৱাই দেৱালৰ মুখামুখি কৰি থিয় কৰাই দিলেগৈ। ৰেষ্টোৰাত বহি থকা আন মানুহবোৰে চিঞৰ-বাখৰ হুলস্থুল লগাই দিলে। কিন্তু গদাৰৰ নায়কজন নিৰ্বিকাৰ—তেওঁ টেবুলত বিলৰ টকা থৈ শান্ত ধীৰ পদক্ষেপেৰে বাহিৰলৈ ওলাই গ'ল। আকৌ ধৰক আন এটা দৃশ্যত এটা এক্সিডেণ্টৰ দৃশ্য দেখা গৈছে—মৃতদেহৰ টুকুৰাবোৰ মটৰখনৰ ভগ্নাৱশেষৰ ওচৰে পাজৰে তেজেৰে ৰাঙলী হৈ সিঁচৰিত হৈ পৰি আছে। এটা ভীষণ ৰক্তাক্ত দৃশ্য মঠতে। দেখিলে যি কোনো মানুহৰে ইচ্ আচ্ ওলাই যাব। কিন্তু চাবাচ গদাৰৰ নায়ক—গাড়ী চলাই আহিল, দুই মিনিট দৃশ্যটো পৰিদৰ্শন কৰিলে আৰু একেই নিৰ্বিকাৰ চিত্তে আকৌ গাড়ী চলাই গোট খোৱা মানুহৰ জুমটো ফালি ওলাই গ'ল। বাঃ, এনেকুৱাহে



হব লাগে মানুহৰ চিত্ত—খং ক্ৰোধ, অনুকম্পা, অনুভূতি একো নাই। পাৰিপাৰ্শ্বিকতাত যিমানেই দুৰ্ঘটনা, অত্যাচাৰ নঘটক কিয় সকল বিংশ শতাব্দীৰ মানুহ হ'বলৈ হ'লে এইবিলাক বাদ দিবই লাগিব। এতিয়া ময়ো তাকেই চেষ্টা কৰি আছোঁ। কিছুদূৰ সফলো হৈছোঁ। আজিৰ ঘটনাবোৰকেই ধৰা যাওক—প্ৰথমতে দেউতাই মাৰ মৰমৰ চানেকী মেকুৰীজনীৰ ওপৰত হাত তুলিলে—চিটিবাছত চিঞৰ-বাখৰ—অফিছত পলমকৈ পোৱাৰ বাবে 'ৰবাবাবু'ৰ কটাক্ষপাত, 'ৰবাচাহাব'ৰ শাসন—বেংক কেঁছিয়াৰ জনৰ ভুলত মোৰ অযাচিত ৱিণ্ডফল—কিন্তু ক'তা মোৰ চোন কোনোটো ঘটনাৰ বাবে ভাবাতিৰেক নহ'ল। তিলমানো ইফাল-সিফাল নহ'ল মোৰ হিয়াৰ অবিচলতাৰ।

বেংকৰ পৰা উভতি দেখিলোঁ মাজনী মোৰ কাৰণে বৈ আছে অফিছত। মাজনী মোৰ ডাঙৰ ভনি। গিৰীয়েকৰ লগত মালিগাঁৱত ভাৰা ঘৰত আছে। গিৰীয়েকৰ মটৰ পাৰ্টছৰ দোকান আছে। কিন্তু পেট্ৰলৰ দাম বঢ়াৰ পৰা ব্যৱসায়ৰ অৱস্থা সুচল নহয়। এতিয়া সি আন ধৰণৰ ব্যৱসায়ৰ বাবে ফাইনেঞ্চাৰ বিচাৰি আছে বুলি জানোঁ। আমি দুয়ো কাষৰে চাহৰ দোকানখনৰ কেবিনত বহিলোঁগৈ। মাজনীয়ে মোৰ পিনে চাই অকণমান অবাক হৈ গ'ল—

"দাদা, তোৰ কিবা হৈছে নেকি? তোকচোন কিবা ভাবলেশহীন যেন, অলপ বেলেগ বেলেগ যেন লাগিছে?"

মই তাইক নকলো মোৰ গোপন কথাবোৰ। তাইৰ খবৰ সুধিলোঁ।

"দাদা, মই বৰ কষ্টত আছোঁ—ভীষণ অশান্তিত আছোঁ। তই তেখেতক অলপ ক চোন।"

মোৰ নিজৰ ভনি হলেও এতিয়া তাইৰ ঘৰ বেলেগ, সংসাৰ বেলেগ। তাইনৰ ব্যক্তিগত খুটি-নাতিত বিহ্বল হৈ মাত মতাটো মোৰ পিনৰ পৰা তেনেই অসম্ভৱ। কিন্তু মাজনীয়ে তাকেই বিচাৰিছে।

"চাচোন বৰ্কি—ইমানদিনে মই সহ্য কৰি আছিলো। ঘৰতে বহি তেওঁ বন্ধুবোৰৰ সৈতে মদ-ভাত খায়হি। ইমান হুলস্থুল কৰে। ইমানদিনে মই মনে মনে আছিলোঁ। কিন্তু এতিয়া আৰু নোৱাৰোঁ।

সহ্যৰ সীমা পাৰ হৈ গৈছে।”

মই ইতিমধ্যে থিক কৰি ল'লোঁ। ভণ্টিজনীক মই আজি শুদামুখেই ওভতাই পঠিয়াম। তাইৰ দুখ-কষ্টৰ খতিয়ানৰ প্ৰতি মোৰ মনটোৰ আগতীয়াকৈ কঠিন কৰি ৰাখিলোঁ।

“মই নোৱাৰোঁ আৰু—বুইছ দাদা। ৰাজ্যৰ অভদ্ৰ পাঞ্জাৱী, মাৰোৱাৰী ল'ৰাবোৰ আনি ঘৰ সুমুৱাবহি। হুলস্থূল কৰিব। মদ-মাংস খাব। আনকি তেওঁৰ সমুখতে মোৰ গাতো হাত দিব।” মাজনীয়ে ইমানলৈকে কৈ নিদাৰুণ লজ্জাত হুকহুকাই কান্দিব ধৰিলে।

মোৰ কিন্তু অকণো খং নুঠিল বা মাজনীৰ প্ৰতি পুতৌ নুপজিল। মই শান্ত চিত্তে পকেটৰ ৰুমালখন তাইৰ পিনে আগবঢ়াই দিলোঁ। আৰু কেবিনৰ পৰ্দাখন দাঙি ৰেষ্টোৰাঁখনৰ বয়টোক ইংগিতেৰে মাতি আনিলোঁ অৰ্ডাৰ দিবলৈ। ৰেষ্টোৰাঁৰ পৰা ওলোৱা সময়ত দেখিলোঁ তাতে কাম কৰা অকণমান ল'ৰা এটাক সাধাৰণ গিলাচ এটা ভঙা বাবে পেটুৱা ৰান্ধনি এটাই উধাই মুধাই পিটিব ধৰিছে। নিয়মমতে মোৰ খং উঠা উচিত আছিল। কিন্তু নিজৰ ভনীয়েকৰ ইজ্জতত হাত উঠোৱাৰ খবৰ শুনিও যাৰ খং নুঠে, এনে চালাক মানুহে সৰু ল'ৰা এটাই অবাৰতে মাৰ খোৱা দেখিলে কেতিয়াও খং নকৰে বা প্ৰতিবাদ কৰিবলৈ নাযায়।

গধূলি “ৰামী” খেলিবলৈ ৰমেনহঁতৰ আড্ডাৰ অভিমুখে ছিটি বাছত উঠিলোঁ। পকেটত আঠখন কৰ্ কৰীয়া দহ টকীয়া। আজি ভাগ্য ভালে থাকিলে আশীৰ পৰা তিনিশ চাৰিশ টকা লৈ উভতিব পাৰিম। টকা খিনিৰে ক'ত কি কৰিম এই বিলাক গুনা গঠা কৰি থাকোঁতে অলপ অন্যমনস্ক হৈ পৰিছিলোঁ। এনেতে হঠাতে অনুভৱ কৰিলোঁ মোৰ পেণ্টৰ পকেটত কিহবাৰ পৰশ। তৎক্ষণাৎ উৎকীৰ্ণ হৈ মই পকেটমাৰটোৰ হাতখন খপ্‌কৈ ধৰি পেলালোঁ। চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰা এটা। মেল্‌নিউট্ৰিচনে শেঁতা কৰি পেলোৱা মুখ এখন, ভয়ত বগা পৰি গৈছে। অনুভূতিবোৰ ভোটা কৰি পেলোৱাৰ প্ৰতিজ্ঞা মই থিতাতে পাহৰি পেলালোঁ। মাৰ মৰম, ভণ্টিৰ ইজ্জতৰ অপমানটো বলেৰে দমাই ৰাখিব পৰা খংটোৱে মোৰ সকলো হাক বচন নামানি এইবাৰ মূৰ তুলি উঠিল। এই



ফুকলীয়া ল'ৰাটোৰ সাহ চোৱা—ই মোৰ পকেটত হাত দিয়ে—ই মোৰ টকা-পইচাত হাত দিয়ে। মই বাওঁহাতেৰেই তাক দুটা কাণতলীয়া চৰ সোধাই দিলোঁ। সোঁহাতেৰে তাৰ ফটা চোলাটোৰ বুকুৰ পিনে খামুচি ধৰি বাওঁহাতেৰে এটা পূৰ্ণহতীয়া ঘোঁচা সোধালোঁ—সি কৰ্ফাল খাই বাছৰ ভিতৰতে বাগৰি পৰিল। সহ-যাত্ৰীবোৰৰ অনুসন্ধিৎসু উদগ্ৰীৱ চাৱনিৰ উত্তৰত মই ঘৃণাৰে উচ্চাৰণ কৰিলোঁ—“চাল্লা পকেটমাৰ!”

সমাপ্ত